# দ্ৰৌপদী



ৰবীন্দ্ৰ বৰা

কিতাপ ঘৰ
নলবাৰী : অসম

DROUPADEE

An adopted novel on the character of Droupadee from the Mahabharata by Rabindra Bora and published by - KITAP GHAR, Nalbari.

First published : 1996 January Price - Rs. 25·00

দ্ৰৌপদী
ৰবীন্দ্ৰ বৰা।
অম্বিকাগিৰী নগৰ
গুৱাহাটী – ২৪

প্ৰকাশক : কিতাপ ঘৰ, নলবাৰী

প্ৰথম প্ৰকাশ : ১৯৯৬, ১লা জানুৱাৰী

প্ৰচ্ছদপট : ধনঞ্জয় শৰ্মা

মূল্য : ২৫·০০ টকা

ছপাশাল : সাগৰিকা প্ৰেছ
৯ এ্যান্টনি বাগান লেন
কলিকতা - ৯

# নিজৰ কথা

"দ্ৰৌপদী" উপন্যাসখন "স্বৰূপা" আলোচনীখনৰ বাবে খৰখেদাকৈ লিখিব লগীয়া হৈছিল আৰু উক্ত আলোচনীখনৰ কেইবাটাও সংখ্যাত ধাৰাবাহিক হিচাপে প্ৰকাশ হৈছিল। সেই সময়ত কেইগৰাকীমান সহৃদয় পাঠকে 'দ্ৰৌপদী'খন পটি ভালপোৱাত কিতাপ আকাৰে ছপাবৰ অনুৰোধ কৰাৰ বাবে কোনো ধৰণৰ সাল-সলনি কৰা নহ'ল।

মোৰ অনুজপ্ৰতীম তৰুণ কবি পংকজ গোবিন্দ মেধিৰ প্ৰচেষ্টাত নলবাৰীৰ প্ৰকাশন প্ৰতিষ্ঠান "কিতাপ ঘৰ"ৰ স্বত্বাধিকাৰী শ্ৰীযুত দেবেন দাসে যত্ন সহকাৰে "দ্ৰৌপদী"খন কিতাপ আকাৰে প্ৰকাশ কৰি উলিয়ালে। এই প্ৰসংগত পংকজলৈ মৰম-আশীৰ্বাদ যাচিলো, আৰু শ্ৰীযুত দাসলৈ আন্তৰিক কৃতজ্ঞতা জনালো।

"দ্ৰৌপদী"খন লিখাৰ মুহূৰ্তত মোৰ দুয়োজনী ছোৱালী ভাস্বতী আৰু গীতাৰ্থী আৰু মোৰ সহধৰ্মিণী শ্ৰীমতী অঞ্জুলা বৰাৰ পৰা পোৱা সহায়-সহযোগিতা, উৎসাহ-উদগনিখিনি আন্তৰিকতাৰে সুঁৱৰিছো।

শেষত, মোৰ সফলতা-বিফলতাৰ বিচাৰ কৰিবৰ বাবে পাঠকবৰ্গৰ হাতত "দ্ৰৌপদী"খন তুলি দিলো। ধন্যবাদেৰে —

**ৰবীন্দ্ৰ বৰা**

১ মে '৯৫

# দ্ৰৌপদী

## ৰবীন্দ্ৰ বৰা

মন্দিৰটোৰ পৰা শংখ ঘন্টাৰ ধ্বনি বিক্ষিপ্ত হৈ পৰিল চৌদিশে। পুৰোহিতৰ মন্ত্ৰ পাঠৰ ছন্দময় মৃদু শব্দ ধ্বনি বতাহত ভাঁহি গ'ল। ধূপ-ধূনাৰ সুগন্ধি ধোঁৱাই আৱৰি পেলালে পূজাৰ বেদী।

তমসাৰ অন্ধকাৰখিনি চকিত হৰিণীৰ দৰে নিমিষতে আঁতৰি গ'ল। সূৰ্যোদয়ৰ সোণালী কিৰণে গছ-বন-লতিকাৰ কোমল পাতত চুমা যাঁচি দিলে। সকলো যেন সাৰ পাই উঠিল নিশাৰ সপোনৰ পৰা । নিশাৰ নিস্তব্ধতাত বুৰ গৈ থকা ৰাজপ্ৰাসাদটো পোহৰত মুখ ধৈ জিলিকি উঠিল। বিৰাট ৰাজপ্ৰাসাদটোৰ স্বৰ্ণ খচিত চূড়াটোৰ পতাকাখনে বতাহত ঢৌ খেলিবলৈ ধৰিলে।

এজাক অচিন পখীয়ে পাখিত পাখি লগাই উৰি গ'ল আকাশেদি কোনোবা সৰোবৰৰ দিশলৈ। পখীজাকৰ কূজন ধ্বনি বতাহত উৰি আহি ঠেকা খালে ৰাজ প্ৰাসাদৰ দেৱালে দেৱালে।

আকৌ এটা নতুন প্ৰভাতৰ কোমল বতাহজাকে লৈ আহিল দিনৰ শুভাৰম্ভণি।

ৰাজপ্ৰাসাদৰ অলিন্দত বৈ পাঞ্চালৰ অধিপতি দ্ৰুপদে একান্তমনে চাই থাকিল আকাশখনৰ পিনে। বিশাল আকাশ। সীমাহীন এজাক পোহৰে ৰজা দ্ৰুপদৰ চকু দুটা চাট মাৰি ধৰিলে।

নিশাৰ সপোনটো মনত পৰিল দ্ৰুপদৰ। নিৰ্মল জলৰাশিৰে পূৰ্ণ সৰোবৰত স্নান কৰি উঠি আহিছিল পাৰলৈ। দুহাতত পদুম। এপাহ নীলা পদুম। তাৰপিছত, দ্ৰুপদৰ চকুৰ পৰা টোপনি হেৰাই গ'ল। উজাগৰে থাকিল গোটেই নিশা। ৰাজপ্ৰাসাদৰ অলিন্দত বৈ থাকোঁতে ৰজা দ্ৰুপদে উমান পাইছিল এটি শিশু কন্যাই মজিয়াখনত আঁকি থৈ গ'ল এজাক সপোনৰ সুৰভি। ৰজা দ্ৰুপদে একেথিৰে চাই ৰ'ল শিশু কন্যাটিৰ পিনে। দুয়োখন হাত মেলি আগবাই গ'ল।

"কৃষ্ণা, কৃষ্ণা কৃষ্ণা"

ৰাজপ্ৰসাদৰ চৌদিশে ৰজনজনাই গ'ল পাঞ্চালাৰ ৰাজ মহিষীৰ কোমল কণ্ঠস্বৰ। মাতৃত্বৰ গৰ্বেৰে শিশু কন্যাটিক সাৱটি ধৰিলে।

মৌমাখিৰ গুণগুণনিৰ দৰে শিশু কন্যাটিৰ এমুঠি কোমল হাঁহি সঁৰি পৰিল মজিয়াখনত। ৰাজ মহিষীৰ কাষলৈ দৌৰি আহিল শিশু কন্যাটি।

ৰজা দ্ৰুপদে ৰাজ মহিষীৰ ফালে চালে। ৰাজ মহিষীৰ চকুত বিৰিঙি পৰিল পৰম তৃপ্তিৰ এক গভীৰ স্পৰ্শ।

পাহৰিব নোৱাৰা স্মৃতি এজাকে ৰজা দ্ৰুপদক অশান্ত কৰি তুলিলে। প্ৰতিশোধৰ তীব্ৰ আকংক্ষাৰে বিচাৰি ফুৰা সেই পথ জানো ৰজাই পালে। দিনৰ পিছত দিন ধৰি হৃদয়ত জ্বলি থকা জুইকুৰাৰ বাবে ৰজা দ্ৰুপদে অনেক চেষ্টা আৰু পৰিশ্ৰমেৰে সেই যজ্ঞৰ আয়োজন কৰিছিল।

যজ্ঞৰ সকলো কাৰ্য সুকলমে সম্পাদন হোৱাৰ পিছত যজ্ঞ বেদীৰ মাজৰ পৰা এটি দেৱ সদৃশ পুত্ৰ সন্তান আৰু এগাৰাকী পৰমা সুন্দৰী কন্যা সন্তান লাভ কৰিলে পাঞ্চালৰ অধিপতি দ্ৰুপদে। দুয়োটি সন্তানকে ৰাজ মহিষীৰ কোলাত তুলি দিছিল যজ্ঞৰ পুৰোহিতে। কি আচৰিত। ৰজা দ্ৰুপদৰ প্ৰতিশোধ পুৰণৰ বাবেই জন্ম হ'ল দুয়োটি সন্তান।

বাৰে বাৰে পাঞ্চালৰ ৰাজ মহিষীয়ে প্ৰাৰ্থনা জানালে—দুয়োটি সন্তানৰে চিৰকাল মাতৃ হৈ থাকিব পাৰে যেন। সেয়ে হ'ল ধৃষ্টদ্যুম্ন আৰু পাঞ্চালীৰ পিতৃ-মাতৃ ৰজা দ্ৰুপদ আৰু ৰাজ মহিষী হিচাপে পৰিচিত হৈ ৰ'ল।

এই শিশু কন্যাটিয়ে পাঞ্চালী। অনিন্দ্য সুন্দৰী আৰু মহা ভাগ্যৱতী পাঞ্চালীৰ চকুহাল পদুমৰ পাহিৰ দৰে, চুলিকোচা কিচকিচিয়া কলা আৰু বৈ পৰা, নখবোৰ তামবৰণীয়া আৰু ভ্ৰূযুৰিও ধুনীয়া। গাৰ বৰণ কৃষ্ণ বাবেই কৃষ্ণা নামে পৰিচিত হ'ল এইগৰাকী ৰূপৱতী কন্যা।

দ্ৰুপদৰ কন্যা হেতুকেই কৃষ্ণাক দ্ৰৌপদী নামেৰেই সকলোৱে চিনি পালে।

ৰজা দ্ৰুপদে পৰাক্ৰমী দ্ৰোণাচাৰ্যৰ হাতত পৰাজিত হোৱাৰ পাছত কিদৰে আৰু কেতিয়া প্ৰতিশোধ ল'ব পাৰিব সেই কথাবোৰ পাগুলি ৰাজ সিংহাসনত বহি বহু সময় চিন্তামগ্ন হৈ থাকিল।

"মন্ত্ৰীবৰ পৃথিৱীত এখন ডাঙৰ যুদ্ধ কেতিয়া হ'ব? সকলো বীৰেই সেই যুদ্ধত যোগ দিবনে?

ৰজা দ্ৰুপদৰ কথা শুনি পাঞ্চালৰ ৰাজ মন্ত্ৰী চমকি উঠিল।

"মহাৰাজ, যেতিয়া জ্ঞানীজনে শ্ৰেষ্ঠজনে পাহৰি পেলাব ন্যায়-নীতিৰ কথা।"

"শুনা মন্ত্ৰীবৰ, সেই যুদ্ধ খন মই বিচাৰিছোঁ। সেই যুদ্ধত মোৰ অন্তৰত জ্বলি থকা জুইকুৰা নিৰ্বাপিত কৰিম মোৰ অভিলাষ পূৰ্ণ কৰি। পাৰিমনে মই? কোৱা মন্ত্ৰীবৰ।"

ৰাজমন্ত্ৰীয়ে একো নকৈ তলমুৰ কৰি আছিল। ৰজা দ্ৰুপদে ৰাজমন্ত্ৰীক কথাবোৰ কৈ গ'ল। ৰজা দ্ৰুপদৰ চকুত ভঁহি উঠিল ঘনে ঘনে প্ৰতিশোধৰ এক ভীষণ প্ৰতিজ্ঞাৰ ছবি।

ৰজা দ্ৰুপদৰ অন্তৰত যেন এখন মহা সমুদ্ৰৰ উত্তাল তৰংগৰাশি গৰজি উঠিল। অশান্ত হৈ পৰা ৰজাৰ প্ৰশান্ত মুখমণ্ডলত জিলিকি উঠিল অনিৰ্বাপিত জীৱন-ইচ্ছাৰ জুই শিখা।

ৰাজ সিংহাসনৰ পৰা উঠি আহি ৰজাই বাহিৰৰ বিশাল আকাশখনলৈ চাই আছিল। এখন আকাশ মনৰ ইচ্ছাতকৈয়ো গভীৰ। এই আকাশৰ বুকুতো যেন কঁৰবাত কিবা এটাই সীমাহীনতাৰ মাজত আজুৰি আছিল। হঠাৎ খহি পৰিব পাৰে সেই আকাশখন।

"মহাৰাজ, আপুনি জ্ঞানীজন, আপুনি শ্ৰেষ্ঠজন। ইমান অশান্ত হৈ পৰাৰ কোনো কাৰণ নেদোখো।"

ৰাজমন্ত্ৰীৰ কথা শুনি ৰজা দ্ৰুপদৰ মুখত প্ৰকাশ পাইছিল এক গভীৰ তৃপ্তিৰ হাঁহি।

"সঁচা, মন্ত্ৰীবৰ। মই বহু সাধনাৰে লাভ কৰিছোঁ ধৃষ্টদ্যুম্ন আৰু কৃষ্ণাক। তুমিতো জানা—ধৃষ্টদ্যুম্ন মোৰ ভীষণ প্ৰতিজ্ঞাৰ পূৰ্ণতাৰ স্বপ্ন আৰু কৃষ্ণা।"

ৰজাই থমকি ৰ'ল।

এজাক বতাহে আহি শীতল কৰি পেলালে ৰজা দ্ৰুপদৰ অশান্ত হৃদয়খন।

'কৃষ্ণা', 'কৃষ্ণা' বুলি কোনে মাতিছিল বাৰু। ●

☆ ☆ ☆

দ্ৰৌপদীয়ে অপলক দৃষ্টিৰে চাই আছিল জকমকাই ফুলি থকা ফুলজোপালৈ। ফুল এপাহ ছিঙিবলৈ হাত মেলি থমকি ৰ'ল।

"কি হল সখী, ফুলপাহ তোমাক লাগে নেকি?"

সখীয়েকৰ মাতত দ্ৰৌপদী চক্ খাই উঠিছিল।

"নালাগে সখী। ফুলপাহ নিছিঙিবা।"

"কিয় ? তোমাক ফুলপাহ নালাগে ?"

"না লাগে। ফুলপাহ ছিঙিলে পাপ হ'ব।"

দ্ৰৌপদীৰ কথাত সখীয়েক অলপ সময় নীৰৱ হৈ পৰিল। দ্ৰৌপদীৰ ফালে চালে। ফুল পাহৰ দৰে ধুনীয়া দ্ৰোপদীৰ দেহৰ সৌন্দৰ্য।

"বুজিছা সখী, তুমি সাধাৰণ লোকৰ জীয়াৰী নহয়। প্ৰবল প্ৰতাপী মহাৰাজ দ্ৰুপদৰ জীয়াৰী। তুমি ফুলপাহ ছিঙিলে পাপ হ'ব বুলি কিয় কৈছা ?"

দ্ৰৌপদীয়ে ফুলগছ জোপাৰ কাষৰ পৰা আঁতৰি আহিল। নিজৰাটোৰ দাঁতিত বৈ একে থিৰে চাই থাকিল।

এই উদ্যানখনতেই দ্ৰৌপদীয়ে সখীয়েকৰ সৈতে বহুত সময় কটাই অহিছে। উদ্যানখনক বিবিধ ফুলৰ ৰং-ৰূপ-ৰসে অপৰূপ কৰি তুলিছিল। ভোমোৰা আৰু মৌমাখিবোৰে গুণগুণ কৰি ফুলৰ পাহিয়ে পাহিয়ে পৰি উৰি ফু ৰিছিল। পখিলাজাকৰ ৰঙীণ পাখি দুখনি ফুলৰ সৌন্দৰ্যত মিলি গৈছিল।

নিজৰাটোৰ দাঁতিত বৈ দ্ৰৌপদীয়ে ভাবিছিল—দ্ৰুপদ এজন প্ৰবল প্ৰতাপী ৰজা। তেওঁৰ দেউতাকৰ যশ-খ্যাতিৰ কথা সকলোৰে মুখে মুখে। পিতৃৰ এই যশ-খ্যাতি চিৰকাল থাকিবনে। এই যশ-খ্যাতি সত্য হয়নে।

"সখী, বীৰত্বৰ কাহিনীবোৰ চিৰকাল থাকিবনে ? পিতা বৰ প্ৰবল প্ৰতাপী ৰজা। পিতাতকৈ শক্তিশালী কোনোবা আছেনে ? যদি আছে কোন ?"

দ্ৰৌপদীৰ প্ৰশ্নবোৰ শুনি সখীয়েকে কিছুপৰ দ্ৰৌপদীৰ মুখলৈ চাই ৰ'ল।

"সখী ইমান ডাঙৰ প্ৰশ্নৰ উত্তৰ মই কেনেকৈ দিম। তোমাৰ পিতাই এই প্ৰশ্নবোৰৰ উত্তৰ দিব পাৰিব। পিছে সখী, তোমাৰ বিবাহ এজন মহাবীৰৰ লগতেই হ'ব। তোমাৰ পিতাই তোমাক এজন মহাবীৰৰ অবিহনে আনৰ হাতত অৰ্পণ নিশ্চয় নকৰে।"

"সখী, কোন সেই মহাবীৰ ? সৌ পাহাৰটো বগৰাই সাগৰত পেলাই দিব পাৰিবনে ? সৰগৰ ৰজা ইন্দ্ৰ দেৱতাক পৰাজিত কৰিব পাৰিবনে ? আছেনে তেনে বীৰ এই পৃথিৱীত !"

দ্ৰৌপদীয়ে সখীয়েকৰ কথাবোৰ কৈ থাকোঁতে হৰিণা পোৱালি এটা দৌৰি আহি উদ্যানখনৰ গছ এজোপাৰ আঁৰত লুকাই পৰিল। দ্ৰৌপদীয়ে হৰিণা পোৱালিটোৰ কাষলৈ আগবাঢ়ি গ'ল।

"সখী নাযাবা সেইফালে।"

"কিয় সখী"

"হৰিণা পোৱলিটোক বাঘে খেদিছে। বাঘটো এইখিনিতে কʼৰবাত আছে।"

হৰিণা পোৱলিটোৰ ডিঙিত সাবটি ধৰি দ্ৰৌপদীয়ে মৰম কৰিবলৈ ধৰিলে। হৰিণা পোৱলিটোৱে দ্ৰৌপদীৰ হাতখন চেলেকি আছিল।

"সখী, সত্য আৰু ন্যায় ধৰ্ম পালন কৰিব পাৰিলেহে বীৰ হʼব পাৰি। চোৰাচোন বাঘটোৱে কেনেকৈ অন্যায়ভাৱে তাক খাবলৈ খেদি আহিছিল।"

দ্ৰৌপদীয়ে বহুত সময় হৰিণা পোৱলিটোৰ সৈতে ধেমালি কৰিলে।

আবেলিৰ বতাহ এজাকে দ্ৰৌপদীৰ কিচকিচিয়া চুলটাৰী খেলিমেলি কৰি থৈ গʼল। দ্ৰৌপদীৰ মনৰ মাজত গুজৰি-গুমৰি থকা প্ৰশ্নবোৰ বতাহজাকৰ স্পৰ্শত গুণগুণাই থাকিল।

উদ্যানখনৰ আবেলিটোৰ বতাহজাকৰ লগে লগে দ্ৰৌপদীয়ে সখীয়েকৰ সৈতে ঘূৰিফুৰি এজোপা ফুলগছৰ ছাঁত জিৰণি লৈছিল।

"সৌৱা পিতা আহিছে।"

ৰজা দ্ৰুপদে ধীৰে ধীৰে উদ্যানখনৰ ফালে আহিছিল।

"কৃষ্ণা, তুমি ইয়াত? কি কৰিছা?

"হয় পিতা, আমি দুয়ো ইয়াত একেলগে ফুলি থকা ফুলবোৰ চাই চাই সৌন্দৰ্য উপভোগ কৰিছিলো।"

"কৃষ্ণা, অতি সুন্দৰ কথা।'

দ্ৰৌপদীয়ে কেনেকৈ হৰিণা পোৱলিটোৱে বাঘ এটাৰ ভয়ত দৌৰি আহি উদ্যানখনত প্ৰবেশ কৰিছিল আৰু হৰিণা পোৱলিটোক মৰম কৰি আশ্ৰয় দিছিলে সেই কথাবোৰ পিতাকৰ ওচৰত বিৱৰি কʼলে। ৰজা দ্ৰুপদে দ্ৰৌপদীৰ নিৰ্ভীক আৰু নিষ্কলুষ মনৰ পৰিচয় পাই আনন্দত জীয়েকক সাবটি ধৰিলে।

"কৃষ্ণা, এয়াই সত্য আৰু এয়াই ধৰ্ম।"

"পিতা, এই সত্য আৰু ন্যায় ধৰ্ম পালন কৰিব নোৱাৰিলে বীৰ হʼব পাৰিবনে?"

ৰজা দ্ৰুপদ থমকি ৰʼল ৰজা দ্ৰুপদৰ মনত পৰিছিল যজ্ঞস্থলীত কৃষ্ণাৰ জন্ম লভাৰ মুহূৰ্তত হোৱা ভবিষ্যতবাণীৰ কথা। "হে দ্ৰুপদ, এই ৰাজকন্যাৰ

পৰা সময়ত কুৰু বংশৰ মহাভয় উপস্থিত হ'ব , এওঁ সকলো নাৰীৰ শ্ৰেষ্ঠা বুলি পৰিচিত হ'ব।"

তেনেহ'লে সঁচাকৈয়ে কৃষ্ণা হ'ব নেকি শ্ৰেষ্ঠা নাৰী!

ৰজা দ্ৰুপদৰ উন্মীলিত চকু দুটাত অলেখ সপোনে ঢৌ খেলি গ'ল। দ্ৰোণাচাৰ্যৰ পৰা পোৱা অপমানৰ কথা মনত পৰি ৰজা দ্ৰুপদৰ হৃদয়খন সমুদ্ৰৰ দৰে উত্তাল হৈ পৰিল।

দ্ৰৌপদীয়ে সখীয়েকৰ হাতত ধৰি আগুৱাই গ'ল উদ্যানখনৰ আন এটা দিশলৈ। ৰজা দ্ৰুপদে একেথিৰে চাই থাকিল দ্ৰৌপদীৰ ফালে। কি যে অপৰূপ সৌন্দৰ্যই পোহৰাই তুলিছিল দ্ৰৌপদীৰ সমগ্ৰ শৰীৰ। দ্ৰৌপদীৰ খোজত যেন সপোনৰ সুৰভি বিয়পি পৰিছিল। ফুলি থকা ৰং-বিৰঙৰ ফুলবোৰে একেথিৰে চাই আছিল দ্ৰৌপদীৰ দেহত উপচি পৰা সৌন্দৰ্যক।

ৰজা দ্ৰুপদে কল্পনাত ভাবিছিল ৰাজকন্যা দ্ৰৌপদীক কিদৰে সেই পৰম ভাগ্যবান পতিৰ হাতত তুলি দিব। সঁচাকৈয়ে সেইজন মহাবীৰ হ'বনে যি অসীম শক্তিৰে যুদ্ধত সকলোকে পৰাজিত কৰি নিজৰ বিজয় কীৰ্ত্তি প্ৰকাশ কৰিব পাৰিব! কোন সেইজন পৰম পুৰুষ! আছেনে এই পৃথিৱীত তেনেজন মহাবীৰ যি হ'ব পাৰিব দ্ৰৌপদীৰ উপযুক্ত স্বামী!

আকাশেদি উৰি যোৱা চৰাইজাকৰ মধুৰ কূজনত চমকি উঠিছিল কল্পনাবিভোৰ ৰজা দ্ৰুপদ। মাৰ যোৱা বেলিৰ হেঙুলিয়া পোহৰত উটি আহিছিল মন্দিৰৰ সান্ধ্য আৰতিৰ ধ্বনি।

ৰজা দ্ৰুপদ ধীৰে ধীৰে ৰাজ প্ৰাসাদটোলৈ আগবাঢ়ি গৈছিল। ●

  

মনৰ মাজত অলেখ প্ৰশ্ন লৈ দ্ৰৌপদীয়ে ৰাজ সিংহাসনত বহি থকা ৰজা দ্ৰুপদৰ ফালে আগুৱাই গ'ল। ৰজা দ্ৰুপদ চিন্তাত মগ্ন হৈ আছিল। দ্ৰৌপদীৰ উপস্থিতি গম পোৱা নাছিল। খন্তেক সময়ৰ বাবে দ্ৰৌপদীয়ে পিতাকৰ ফালে চাই অনুমান কৰিছিল পিতাকক যেন এক গভীৰ চিন্তাই আৱৰি ধৰিছে। দ্ৰৌপদীয়ে ধীৰে ধীৰে মাতিছিল—

"পিতা, ৰাজ্যত কিবা বিপদ হৈছে নেকি ?

"অ' কৃষ্ণা, আহাঁ । মোৰ ৰাজ্যত কোনে বিপদ ঘটাব! এতিয়া মোৰ ৰাজ্যত ভাগ্য লক্ষ্মীৰ উদয় হৈছে।"

"পিতা, তেন্তে, কিহৰ চিন্তাত বিভোৰ হৈ আছিলা অন্তপৰে?"

"কৃষ্ণা, মোৰ চিন্তাৰ কোনো কাৰণ নাই। কেৱল তোমাৰ কথা ভাবিছোঁ। মই বৃদ্ধ হৈ আহিছোঁ।"

ৰজা দ্ৰুপদৰ কথাত যেন কিবা এক গোপনীয়তা লুকাই আছে। পৰম আশাৰে সেই গোপন কথাবোৰ কাৰোবাক ক'বলৈ বিচাৰি কাকো একো ক'ব পৰা নাই। নিশ্চয় এদিন সমুদ্ৰ-গৰ্জনৰ দৰে গৰজি উঠিব আকাশ-পাতাল ভেদি।

দ্ৰৌপদীয়ে ক'লে— "পিতা, তুমি যে কম বুলি কৈছিলা মহাবীৰসকলৰ কথা? কোন কেইসকল মহাবীৰ?"

ৰজা দ্ৰুপদৰ দুচকুত উজ্বলি উঠিল এজাক পোহৰ আৰু ভাবিলে— সঁচাকৈয়ে দ্ৰৌপদীয়ে তেওঁৰ কল্পনাবোৰ বাস্তৱত ৰূপ দিব পাৰিব।

"কৃষ্ণা, ভৰতত বংশত জন্ম লাভ কৰা সকলৰ মাজত জিলিকি আছে মহা মহা বীৰসকল। এই মহাবীৰ সকলৰ জীৱন ধন্য। সত্য আৰু ন্যায় পালন কৰি অসীম বীৰত্ব প্ৰদৰ্শন কৰি আজিও অমৰ হৈ থাকিব পাৰিছে। সেই সকলৰ জীৱন-কাহিনী বীৰত্ব আৰু ন্যায় ধৰ্মেৰে সমুজ্জল হৈ আছে।"

ৰজা দ্ৰুপদৰ মুখত ভৰত বংশৰ বীৰ সকলৰ কথা শুনি দ্ৰৌপদী তন্ময় হৈ পৰিছিল। অমৃত পান কৰি যেন অপূৰণ তৃষ্ণা পূৰণ কৰিব পাৰিছিল।

"সেই মহাবীৰসকলৰ জীৱন সমুদ্ৰৰ দৰে গভীৰ আৰু আকাশৰ দৰে বহল। সীমাহীন দুখ-কষ্ট আৰু ত্যাগৰে সিদৰে তেওঁলোকে জীৱনক ঐশ্বৰ্যময় কৰি তুলিছে যিদৰে সত্য আৰু ন্যায়েৰে বীৰ ধৰ্মক পৰম জীৱনৰ ভূষণ কৰি ল'ব পাৰিছে।"

ৰজা দ্ৰুপদৰ কথা শুনি দ্ৰৌপদীৰ অন্তৰ গভীৰ উৎকণ্ঠাৰে বিধৌত হৈ পৰিছিল। সেই মহাবীৰসকলৰ জীৱনৰ সত্য আৰু ন্যায় ধৰ্মৰ সাৰ্থকতা কোনখিনিত আছিল সেই কথাকেই জানিবলৈ দ্ৰৌপদীৰ মন উদ্বিগ্ন হৈ পৰিছিল।

"পিতা, সেই মহাবীৰ সকলৰ শ্ৰেষ্ঠজন কোন? সেই শ্ৰেষ্ঠজনৰ পৰিচয় কেনেকৈ পাম?"

দ্ৰৌপদীৰ প্ৰশ্নত ৰজা দ্ৰুপদ খন্তেকলৰ মৌন হৈ ৰ'ল। দুচকুত ভাঁহি উঠিল অনাগত দিনৰ এক সমুজ্জ্বল ছবি। এই ছবিখনকে ৰজা দ্ৰুপদে বাৰে বাৰে আঁকিব খুজিছিল।

"পাণ্ডুৰ পুত্ৰ সকলক পাণ্ডৱ বোলা হয়। পাণ্ডুৰ পাঁচজন পুত্ৰকেই পঞ্চ

পাণ্ডৱ বোলে। এই পঞ্চ পাণ্ডৱৰ প্ৰতিজনেই বীৰশ্ৰেষ্ঠ পুৰুষ। পাণ্ডুৰ জ্যেষ্ঠপুত্ৰ যুধিষ্ঠিৰ ন্যায় ধৰ্মৰ ক্ষেত্ৰত ধৰ্মৰাজৰ তুল্য, দ্বিতীয় পুত্ৰ ভীমক পৱন পুত্ৰ বুলি কোৱা হয় আৰু তৃতীয় পাণ্ডৱ অৰ্জুন অসীম শক্তিৰ অধিকাৰী যাক পৰাজয় কৰাৰ শক্তি দেৱতাসকলৰ মাজতো বিৰল আৰু চতুৰ্থ আৰু পঞ্চম পাণ্ডৱ নকুল আৰু সহদেৱও মহাবীৰ। তথাপি, তোমাক কওঁ এই জন্য তৃতীয় পাণ্ডৱ অৰ্জুন মানৱ জীৱনৰ শ্ৰেষ্ঠতম পুৰুষ যাৰ যৌৱনৰ সকলো অংগীকাৰ সমস্ত প্ৰতিভাৰে ভাস্বৰ।"

ৰজা দ্ৰুপদে পঞ্চ পাণ্ডৱৰ সমস্ত পৰিচয় দ্ৰৌপদীৰ সমুখত দাঙি ধৰিছিল। পঞ্চ পাণ্ডৱৰ অসীম বীৰত্ব আৰু বিশিষ্ট গুণৰাশিৰ বৰ্ণনা শুনি দ্ৰৌপদীয়ে ধন্য মানিছিল। এক অজান ভক্তিত আনন্দ অশ্ৰুৰে দ্ৰৌপদীয়ে কোনো কালে নেদেখা সেই মহাবীৰ ধনুৰ্দ্ধৰ অৰ্জুনৰ প্ৰতি গোপনে পবিত্ৰ শ্ৰদ্ধাঞ্জলি যাচি আপ্লুত হৈ পৰিছিল।

গভীৰ নীৰৱতাৰ মাজত বিস্মৃতা হৈ পৰা দ্ৰৌপদীৰ মানসিকতাক উপলব্ধি কৰিব পাৰিছিল ৰজা দ্ৰুপদে। দুপৰৰ উজ্জ্বল ৰ'দ জাকত তিৰবিৰাই থকা জলৰাশিৰে পূৰ্ণ নিজৰাৰ স্ৰোতৰ দৰে প্ৰবাহিত হৈ পৰিছিল দ্ৰৌপদীৰ মনৰ সুতীব্ৰ গতি।

এটা পৰম মুহূৰ্ত্তত যেন দ্ৰৌপদীয়ে অন্তৰৰ নিভৃত কোণৰ পৰা বুটলি আনিছিল সেই পবিত্ৰ সত্যক। পদুমৰ পাহিত জিলিকি থকা নিয়ৰৰ দৰে দুচকুত বিৰিঙি পৰা আনন্দ অশ্ৰু মচি দ্ৰৌপদীয়ে সুধিছিল।

"পিতা, কোনোবাদিনা সেই বীৰশ্ৰেষ্ঠ পঞ্চ পাণ্ডৱৰ আগমন হ'বনে এই ৰাজ্যত? নয়ন সাৰ্থক হবনে তেওঁলোকক প্ৰত্যক্ষ কৰি ?"

মহাসমুদ্ৰ উদ্দেশ্যি পূত জলধাৰা বৈ যোৱাৰ দৰে দ্ৰৌপদীৰ আশাভৰা সপোনবোৰ নিশব্দে উচ্চাৰিত হৈছিল। ৰজা দ্ৰুপদৰ মনৰ গভীৰত যেন বাজি উঠিছিল চিৰ বাঞ্ছিত সংগীতৰ মূৰ্চ্ছনা। ৰাজপ্ৰাসাদৰ স্ফটিকৰ দেৱালত ঠেকা খাই প্ৰতিধ্বনিত হৈছিল। চৌদিশে বতাহে বিয়পাই দিছিল ৰঙীণ স্বপ্ন।

ৰজা দ্ৰুপদে মংগল মন্ত্ৰৰ দৰে উচ্চাৰণ কৰিছিল মনৰ মাজত পোষণ কৰা তৃষাতুৰ কথাবোৰ।

"কিছুদিন অপেক্ষা কৰা। নিশ্চয়, মোৰ ৰাজ্যত সেই বীৰশ্ৰেষ্ঠ সত্যনিষ্ঠ পৰম ধাৰ্মিক পঞ্চ পাণ্ডৱৰ আগমনে আমাৰ সকলোকে আনন্দিত আৰু কৃতাৰ্থ

কৰিব। তুমি প্ৰত্যেক কৰি সেই সকলৰ এজনক পৰম জীৱনৰ সংগী নিৰ্বাচন কৰিবলৈ সুযোগ লভিবা।”

দ্ৰৌপদীয়ে শুনিবলৈ পাইছিল হৃদয়ৰ মাজত এক সুগভীৰ শংখধ্বনি। এখন বিশাল নদীয়ে যেন দুয়োপাৰ ওপচাই ভাবৰ আকুলতাৰে স্পৰ্শ কৰিছিল মাটিৰ বুকুত মানৱ জীৱনৰ মহত্তম মাদকতাখিনি। বোধিৰ পৰশত সেই নদীৰ পাৰত সকলো মানুহে পান কৰিছিল অমৃতময় জীৱনৰ স্বপ্নবোৰ। মহাজীৱনৰ অংগীকাৰে যেন দ্ৰৌপদীক হাত বাউলি মাতিছিল সেই বিশাল নদীৰ পাৰলৈ।

লাহে লাহে এজাক অন্ধকাৰে এটা নতুন প্ৰভাতৰ আগমনৰ বাবে সকলোকে ঢাকি পেলাইছিল। ৰাজপ্ৰাসাদটোৰ অন্তেষপুৰলৈ দ্ৰৌপদী আগুৱাই গৈছিল।

দ্ৰৌপদীৰ সমগ্ৰ শৰীৰত তেতিয়া লাগি আছিল যৌৱন উদ্দীপ্ত জীৱনৰ আকুলতাখিনি। দুচকুৰ পৰা নিগৰি পৰিছিল পাহি মেলা সপোনবোৰ এজাক সময়ৰ গুণগুণনি।

দিনৰ পিছত ৰাতি।

ৰাতিটোৰ শেষত দিনৰ এজাক পোহৰে প্ৰভাতক স্বাগতম জনাবলৈ যেন দ্ৰৌপদীৰ দেহ-মন আন্দোলিত কৰি ৰৈ থাকিল। ●

☆ ☆ ☆

“মহাৰাজৰ কুশল হওক।

চিন্তাত নিমগ্ন হৈ থকা পাঞ্চাল ৰজা দ্ৰুপদে মুনিবৰক দেখা পাই আনন্দত অধীৰ হৈ পৰিল। মুনিবৰক আথেবেথে আগবঢ়াই আনি ৰজা দ্ৰুপদে ৰাজ সিংহাসনৰ কাষৰ এখন সুকোমল আসনত উপবিষ্ট কৰালে।

চালে চকু থৰ হৈ যোৱা ৰাজসভাৰ কেউকাষে দৃষ্টি নিক্ষেপ কৰি মুনিবৰে কিছু সময় চকু মুদি মৌন হৈ ৰ'ল। তাৰ পিছত মুনিবৰে ক'বলৈ ধৰিলে—

“শুভক্ষণ সমাগত। বিলম্বৰ কোনো কাৰণ নাই। অতি শীঘ্ৰেই সমস্ত পৃথিৱীৰ ৰজামহাৰজা, বীৰ-মহাবীৰ, ৰথী-মহাৰথী সকল এই সভাতেই উপস্থিত হ'বহি।”

“মুনিবৰ, মই যে একো বুজা নাই।”

ৰজা দ্ৰুপদৰ কথা শুনি মুনিবৰ কিছুপৰ মৌন হৈ ৰ'ল।

"মহাৰাজ, সতীৰ আৱিৰ্ভাৱ হৈছে আপোনাৰ ৰাজ্যত। আপোনাৰ মনৰ সকলো কামনা- বাসনা পূৰ্ণ হোৱাৰ পথত।"

ৰজা দ্ৰুপদৰ মনৰ মাজত তোলপাৰ কৰি উঠিল আশা-নিৰাশাৰ অজস্ৰ লহৰ। উত্তাল মনৰ সপোন যেদি যেন আশাৰ এজাক চৰাই উৰি আহিল ক'ৰবাৰ পৰা।

দ্ৰৌপদী পিতাকৰ ওচৰলৈ আহি মুনিবৰক দেখা পাই থমকি ৰ'ল। পিতাকৰ নিৰ্দেশ মতে দ্ৰৌপদীয়ে মুনিবৰৰ চৰণ স্পৰ্শ কৰি প্ৰণাম জনালে।

"আই, আয়ুষ্মান হোৱা। বীৰ পুত্ৰৰ জননী হোৱা।"

দ্ৰৌপদীক আশীৰ্বাদ দিলে। মুনিবৰে মনে মনে অনুভৱ কৰিলে-এই গৰাকীয়েই যেন সেই নাৰী যি গৰাকী নাৰী সমগ্ৰ নাৰী জাতিৰ জীৱনযন্ত্ৰণাৰ আদৰ্শ স্বৰূপা হ'ব, পুৰুষৰ মানৱীয় সত্তাৰ শক্তিৰ উৎস হ'ব, বীৰ ধৰ্মৰ পৰম সাধনাৰ ক্ষেত্ৰ হ'ব।

"কৃষ্ণা, তুমি মুনিবৰৰ শুশ্ৰূষাৰ বাবে সকলো আয়োজন কৰাগৈ। মুনিবৰৰ বিশ্ৰামৰ প্ৰয়োজন।"

পিতাকৰ কথা মতে দ্ৰৌপদীয়ে ধীৰে ধীৰে আঁতৰাই গ'ল। মুনিবৰে একান্তমনে দ্ৰৌপদীৰ ফালে চাই থাকিল।

"মহাৰাজ, আপোনাৰ এই কন্যা সৰ্বসুলক্ষণাযুক্তা। যুগে যুগে এই কন্যাৰ নাম স্মৰণীয় হৈ থাকিব। বিবাহৰ আয়োজন কৰক। কন্যাৰ বিবাহৰ যোগ আছে পুৰুষশ্ৰেষ্ঠ মহাবীৰ সকলৰ সৈতে।"

মুনিবৰৰ কথা শুনি ৰজা দ্ৰুপদে মনে মনে ভাবিবলৈ ধৰিলে-কোন সেইজন মহাবীৰ। সেই মহাবীৰে দ্ৰোণাচাৰ্যক পৰাজিত কৰিব পাৰিবনে! পাৰিবনে ৰজা দ্ৰুপদৰ বাসনাক পূৰ্ণ ৰূপে প্ৰতিষ্ঠা কৰিব। ●



মুনিবৰ উভতি গ'ল।

দ্ৰৌপদীৰ স্বয়ম্বৰৰ সম্পৰ্কত ৰজা দ্ৰুপদে সিংহাসনত বহি ৰাজমন্ত্ৰীৰ সৈতে আলোচনা কৰিবলৈ ধৰিলে। কিমান সোনকালে পাৰে স্বয়ম্বৰৰ আয়োজন কৰিবলৈ ৰজা দ্ৰুপদে ৰাজমন্ত্ৰীক আদেশ দিলে।

"মন্ত্ৰী ডাঙৰীয়া, আয়োজন সকলো ক্ষণে পূৰ্ণ হ'ব লাগিব। কোনো ক্ষেত্ৰতে ত্ৰুটি থাকিব নোৱাৰিব।"

ৰাজমন্ত্ৰীয়ে ৰজা দ্ৰুপদৰ আদেশ পালনৰ বাবে প্ৰতিশ্ৰুতি দিলে। দ্ৰৌপদীৰ স্বয়ম্বৰৰ খবৰ যাতে সকলো ৰজা-মহাৰজাই পায় তাৰ বাবে প্ৰস্তুতি চলালে।

ইতিমধ্যে পাঞ্চালৰ ৰাজকোঁৱৰ ধৃষ্টদ্যুম্ন আহি ৰাজ সভাত উপস্থিত হোৱাত ৰজা দ্ৰুপদ অতিশয় আনন্দিত হ'ল। ৰাজকোঁৱৰ ধৃষ্টদ্যুম্নৰ সৈতে ৰজা দ্ৰুপদে স্বয়ম্বৰৰ সম্পৰ্কে আলোচনা কৰিলে।

ধৃষ্টদ্যুম্নই ভনীয়েক দ্ৰৌপদীক এজন মহাবীৰৰ হাতত অৰ্পণ কৰাৰ কথা প্ৰকাশ কৰাত দ্ৰুপদৰ দুচকুত আশাৰ এক উজ্জ্বল পোহৰ বিয়পি পৰিল। মনে মনে ৰজা দ্ৰুপদে অনুভৱ কৰিলে—ভৰত বংশতেই তেনে মহাবীৰ আছে যি দ্ৰৌপদীক পত্নী হিচাপে গ্ৰহণ কৰিবলৈ সক্ষম।

পাণ্ডুৰ তৃতীয় পুত্ৰ অৰ্জুনৰ কথা মনত পৰাৰ লগে লগে ৰজা দ্ৰুপদৰ আনন্দ উথলি উঠিল। কিন্তু, পঞ্চ পাণ্ডৱ জীয়াই আছেনে। জতুগৃহ দাহত জানো পঞ্চ পাণ্ডৱৰ মৃত্যু হোৱা নাই।

"পিতা, পঞ্চ পাণ্ডৱ নিশ্চয় স্বয়ম্বৰলৈ আহিব। মোৰ দৃঢ় বিশ্বাস জগৎ বিখ্যাত মহাবীৰেই দ্ৰৌপদীৰ উপযুক্ত বৰ হ'ব।"

"তুমি ঠিকেই কৈছা। মই ভাবিছোঁ। স্বয়ম্বৰত এনে এটা চৰ্ত্ত আৰোপ কৰা হ'ব যি চৰ্ত্ত কেৱল অৰ্জুনেহে অসীম শক্তিৰে ৰক্ষা কৰিবলৈ সক্ষম হ'ব।"

ৰজা দ্ৰুপদে এখন ভয়ংকৰ ধনু নিৰ্মাণ কৰাৰ কথা ভাবিলে। যিখন ধনু সাধাৰণ বীৰে দাঙিব নোৱাৰিব। তদুপৰি, ঘূৰি থকা চকৰিটোৰ মাজেৰে পঞ্চমুখী কাঁড় পাতেৰে ওলোমাই থোৱা সোণৰ লক্ষ্য বস্তুটোক ভেদ কৰিব পৰা জনকে দ্ৰৌপদীয়ে পতি হিচাপে বৰণ কৰিব।

ৰাজ সিংহাসনত বহি ৰাজমন্ত্ৰীৰ সৈতে দ্ৰৌপদীৰ স্বয়ম্বৰৰ কথাকেই বহু পৰ আলোচনা কৰিলে।

কিয় জানো বাৰে বাৰে ৰজা দ্ৰুপদৰ মন অশান্ত হৈ পৰিছিল। মনত পৰিছিল দ্ৰৌপদীৰ জন্মক্ষণত হোৱা ভৱিষ্যৎ বাণীৰ কথা। ৰজা দ্ৰুপদৰ কাণত বাজি আছিল— "হে দ্ৰুপদ, এই ৰাজ কন্যাৰ পৰা সময়ত কুৰু বংশৰ মহাক্ষয় উপস্থিত হ'ব।...."

ৰাজ সভাৰ সকলো কাৰ্য শেষ কৰি ৰজা দ্ৰুপদ উভতি আহিল ৰাজ কাৰেঙলৈ। বিশ্ৰাম লৈ বহু কথা ভাবিবলৈ ল'লে ৰজা দ্ৰুপদে।

এইখনেই পাঞ্চাল ৰাজ্য। সুখ-শান্তিৰে সমৃদ্ধ এই ৰাজ্যৰ অধিপতি দ্ৰুপদ। দ্ৰৌপদী তেওঁৰ একমাত্ৰ কন্যা। সৰ্বগুণেৰে বিভূষিতা দ্ৰৌপদী ৰজা দ্ৰুপদৰ নয়নৰ মণি, আশাৰ গতি আৰু ভৱিষ্যতৰ বাসনাৰ ৰূপ।

যি গৰাকীয়ে স্বয়ম্বৰত নিজৰ শৌৰ্যবীৰ্য প্ৰকাশি দ্ৰৌপদীক লাভ কৰিব কেইগৰাকী পৰম পুৰুষ নিশ্চয় মহাবীৰ হ'বই লাগিব। সেই মহাবীৰৰ সমুখত তিষ্ঠিব পাৰিবনে তেওঁৰ আজীৱন শত্ৰু শক্তিমন্ত দ্ৰোণাচাৰ্য।

আকাশৰ পশ্চিম দিশত মাৰ যোৱা বেলিটোৰ পোহৰত উভতি অহা চৰাইজাকৰ কল-কাকলিত সিঁচৰিত হৈ পৰিছিল অবুজ বেদনাখিনি। এটা ৰাতিৰ অন্ধকাৰে গোটেই পৃথিৱীক বধিৰ কৰিলেও দ্ৰৌপদীৰ স্বয়ম্বৰৰ কল্পনা পোহৰেৰে ৰজা দ্ৰুপদৰ মনৰ ভিতৰখন পোহৰাই তুলিছিল।

এয়া যেন আৰম্ভণি সমাগত দিনৰ। লাহে লাহে দ্ৰুপদৰ মন শান্ত হৈ পৰিছিল। কাইলৈ পুৱাৰ লগে লগে আকৌ পোহৰ হ'ব। নতুন এটা প্ৰভাতে কঢ়িয়াই আনিব চিৰ বাঞ্ছিত বাসনাৰ বতৰা। ●

  

দ্ৰৌপদীয়ে উদ্যানখনৰ এজোপা গছৰ ছাঁত বহি বিশাল আকাশখনৰ ফালে চাই আছিল একেথিৰে।

ৰঙীয়া ভাবৰ এজাকে ঢাকি ধৰিছিল বেলিৰ পোহৰখনি। ইমান প্ৰচণ্ড শক্তিৰ আধাৰ স্বৰূপ বেলিটোক ঢাকি ধৰাত খন্তেকৰ বাবে পোহৰখিনি হেৰাই গৈছিল কোনোবাখিনিত।

বিগত নিশাৰ কথাবোৰ দ্ৰৌপদীৰ মনত পৰিছিল। ওৰে নিশা দ্ৰৌপদীৰ চকুত টোপনি নাছিল।

স্বয়ম্বৰ আয়োজনত দ্ৰৌপদীৰ মন ভৰি পৰিছিল অযুত ভাৱনাৰে। মনৰ মাজত এজন সুদৰ্শন যুৱকৰ কল্পনা কৰি দ্ৰৌপদীয়ে বাৰে বাৰে থমকি ৰৈছিল। এইজন যুৱক কোনোদিনে দেখা নাই দ্ৰৌপদীয়ে। পিতাকৰ মুখত বহুতবাৰ শুনিছিল সেই যুৱকৰ অক্ষয় কীৰ্ত্তিৰ কাহিনী। ত্ৰিভুবনৰ মহাবীৰ সেই যুৱকে নিশ্চয় আহিব স্বয়ম্বৰলৈ।

দ্ৰৌপদীয়ে ভাবিছিল যে ভৰত বংশৰ পাণ্ডু পুত্ৰ অৰ্জুনক নিশ্চয় স্বামী হিচাপে গ্ৰহণ কৰিব। অৰ্জুনক নেদেখাকৈয়ে দ্ৰৌপদীয়ে অৰ্জুনৰ বীৰত্ব কাহিনীত মুগ্ধ হৈ পৰিছিল।

দ্ৰৌপদী তন্ময় হৈ আছিল গভীৰ চিন্তাত।

দ্ৰৌপদীৰ সখীয়েকঃ আহি মনে মনে ৰৈ আছিল কিমান পৰ দ্ৰৌপদীয়ে পোৱা নাছিল।

"সখী, কি ভাবিছা? মই আমনি দিলো। বেয়া নাপাবা। তোমাক বিচাৰি এইখিনি পালোহি।"

"সখী, আহাঁ। ইমান পৰ অকলেই আছিলো।"

"সৰহ দিন নাই। অকলে থাকিব নালাগে আৰু। মই কি ভাবিছোঁ জানা?"

"কি ভাবিছা মোৰ কথা? নোকোৱা কিয়?"

সখীয়েকৰ চকু যুৰি সেমেকি পৰা দেখি দ্ৰৌপদী কিছু পৰ থমকি ৰ'ল। সখীয়েকে দ্ৰৌপদীৰ নিচেই কাষলৈ আহি ক'লে—

"তুমি গুচি যাবা আন এখন ৰাজ্যলৈ। মোলৈ মনত পৰিবনে কেতিয়াবা?"

"মনত সদায় পৰিব। কিন্তু, মই কাৰ লগত যাম তুমি জানো জানা?"

"জানো। কোনো সাধাৰণ পুৰুষৰ লগত নোযোৱা। যিজন সুদৰ্শন যুৱক, যিজন মহাবীৰ সকলৰ এজন সেইজন ৰজাৰ তুমি পত্নী হ'বা। ৰাণী হ'বা।"

"যদি স্বয়ম্বৰত কোনো ৰজা মহাৰজাই পিতাই ঘোষণা কৰা চৰ্ত্তত উপনীত হ'ব নোৱাৰে তেতিয়া?"

দ্ৰৌপদীৰ সখীয়েকে সাংঘাতিক কৌতূহলেৰে চাই থাকিল দ্ৰৌপদীলৈ।

"এয়া অসম্ভৱ। তুমি ভাগ্যৱতী সখী। তুমি পাঞ্চালৰ অধিপতিৰ জীয়ৰী। তুমি বিশ্বৰ নাৰী জাতিৰ আদৰ্শ হ'ব লাগিব। নাৰী শক্তিক তোমাৰ গৌৰৱেৰে মহীয়ান কৰিব লাগিব।"

সখীয়েকৰ কথাবোৰ একান্তমনে দ্ৰৌপদীয়ে শুনি গ'ল। দ্ৰৌপদীৰ মনত বহুতো প্ৰশ্ন উদয় হ'ল। নাৰী কোন? বিবাহ কি? জীৱনৰ সত্য কি, ধৰ্ম কি, শক্তিৰ অৰ্থ ক'ত লুকাই আছে? এনেবোৰ প্ৰশ্নই দ্ৰৌপদীৰ মন ভাৱাক্ৰান্ত কৰি তুলিলে।

জীৱনৰ এক দীৰ্ঘপথত যেন এই সকলোবোৰ প্ৰশ্নৰ সমিধান যক্ত হৈ আছে আৰু সেই প্ৰশ্নৰ সমিধান বিচাৰি উলিয়াবৰ বাবেই দ্ৰৌপদীৰ জন্ম হৈছে, স্বয়ম্বৰৰ আয়োজন।

"সখী, কি ভাবিছোঁ জানা ? স্বয়ম্বৰত এনে এগৰাকী পুৰুষক মই পতি হিচাপে বিচাৰিম যি গৰাকী পুৰুষে সমস্ত জীৱনৰ শক্তিৰে ন্যায়ধৰ্ম পালন কৰিবলৈ সক্ষম হ'ব পাৰে। সেই গৰাকী পুৰুষৰ সৈতে মই সকলো যাতনা সহিও সত্য ধৰ্মক জীয়াই ৰাখিব পাৰিম। কোন সেইজন মহাবীৰ জানানে? মই জানো তেওঁৱেই হৈছে দেৱৰাজ ইন্দ্ৰৰ সমতুল্য পাণ্ডু পুত্ৰ মহাবীৰ পাৰ্থ।"

দ্ৰৌপদীৰ কথাবোৰত প্ৰকাশ পাইছিল মনৰ দৃঢ়তা আৰু আজীৱন প্ৰেমৰ পবিত্ৰতা। সখীয়েকে একান্ত মনে শুনি ভাবিছিল—দ্ৰৌপদীয়ে জানো কেতিয়াবা মানব জীৱনৰ দুখ-যাতনাখিনি সহ্য কৰিব পাৰিব। পাঞ্চালৰ অধিপতি দ্ৰুপদৰ আলাসৰ লাডু, নয়নৰ মণি দ্ৰৌপদীয়ে যদি কেতিয়াবা বন-জংঘলত বাস কৰিবলগীয়া হয়। সখীয়েকৰ বুকুখন কিবা এক অজান আশংকাত কঁপি উঠিল।

কঁৰবাৰ পৰা ভাঁহি অহা এজাক বতাহত উটি আহিল সুগন্ধি ফুলৰ সুবাস। দ্ৰৌপদীৰ চাদৰৰ আঁচল খহি পৰিল বতাহৰ কোমল স্পৰ্শত।

"সখী, কি সুগন্ধি সুবাস, কঁৰ পৰা আহিছে?"

"বতাহজাকে লৈ আহিছে। ব'লা, সৌ জুৰিটোৰ পাৰলৈ যাওঁ।"

জুৰিটোৰ পাৰত শিল এচটাত বহি দুয়ো সখীয়েকে চাই থাকিল শিলনিত ঠেকা খাই বৈ অহা পানীখিনিলৈ। জুৰিটোৰ পানীখিনিৰ কল্ কল্ ধ্বনি দ্ৰৌপদীয়ে কাণ পাতি শুনিলে।

"ইমান যে ভাল লাগে হাবি-জংঘলৰ জান-জুৰি-নিজৰাবোৰ। সখী, গোটেই জীৱন যদি এই প্ৰকৃতিৰ মাজত বিচৰণ কৰিবলগীয়া হয়, তেতিয়া খুব ভাল লাগিব।"

"সঁচাকৈয়ে সুন্দৰ প্ৰকৃতিখন। সখী, তোমাৰ অন্তৰৰ মৰমখিনিৰ দৰেই প্ৰকৃতিয়েও সকলোকে দান কৰি আহিছে । চেৰাচোন, সৌ পাহাৰটোৰ গাত আউজি আছে এখন নীলাভ আকাশ।"

"ব'লা, সেইখিনিলৈকে যাওঁ।"

"সখী, তুমি যাব নোৱাৰিবা। তুমি যে ৰাজকন্যা। তুমি তালৈ যাবলৈ কষ্ট কৰিব লাগিব। তোমাৰ পদুম ফুলৰ দৰে কোমল ভৰি দুখনে দুখ পাব।"

"মই ৰাজকন্যা। সেইবাবেই সকলো প্ৰজাৰ দৰে একেই কষ্ট, একেই দুখ কৰিব নোৱাৰিম বুলি কিয় ভাবিছা? মই এগৰাকী নাৰী। মই প্ৰকৃতিক ভাল পাওঁ। মই ৰাজ কাৰেঙৰ ভিতৰত সোমাই বন্দী জীৱন কটাব নোৱাৰোঁ।"

এজাক চৰাই আকাশেদি উৰি গ'ল। সেই চৰাই জাকৰ কূজনত সৰি পৰা বহুতো নোকোৱা কথা বতাহত ভাঁহি আহিল।

এখন বিশাল আকাশ।

দূৰ দিগন্তত আকাশে যেন স্পৰ্শ কৰি আছে পৃথিৱীক।

পৃথিৱীৰ অপৰূপ সৌন্দৰ্য পান কৰিবৰ বাবে দ্ৰৌপদীৰ মন উদ্বিগ্ন হৈ পৰিল। সত্য আৰু ন্যায় ধৰ্মৰ মাজেদি বিচাৰি পাব পৃথিৱীৰ অপৰূপ সৌন্দৰ্যক।

সেই সত্য সেই ধৰ্ম জীৱনত কি দৰে গ্ৰহণ কৰিব পাৰি। দ্ৰৌপদীৰ দুচকুত উজ্বলি উঠিল অনাগত দিনৰ এজাক সপোন। দ্ৰৌপদী আৰু সখীয়েক উভতি আহিছিল জুৰিটোৰ কাষৰ পৰা। দ্ৰৌপদীৰ কাণত বাজি আছিল প্ৰকৃতিৰ নুশুনা গানৰ সুৰটো। ●



স্বয়ম্বৰৰ সকলো আয়োজন পূৰ্ণ হৈছিল। পাঞ্চাল ৰাজ্যৰ দিশে দিশে নিৰ্মিত কৰা হ'ল তোৰণবোৰ। বাট-পথবোৰ সজ্জিত কৰা হ'ল বিভিন্ন ফুলৰ ৰংবিৰঙেৰে। সংগীতৰ মধুৰ মূৰ্চ্ছনাত সকলো সময় মুখৰিত হৈ পৰিল।

আনন্দময় পৰিবেশত প্ৰজাসকলে উৎসৱৰ বতৰ এটাক আঁকোৱালি ল'লে। নিশাৰ অন্ধকাৰখিনি জ্বলি থকা জোৰৰ পোহৰত দূৰলৈ আঁতৰি পলাল।

ৰাজ কাৰেঙত উপচি পৰিল সমাগত দিনৰ আশা আৰু আনন্দৰ খলকনি। সোণৰূপ খচিত কাৰেঙৰ কক্ষত প্ৰতিধ্বনিত হ'ল মাংগলিক ধ্বনি। ৰজা দ্ৰুপদৰ অন্তৰত থুপ খাই থকা সপোনবোৰ উত্তাল হৈ পৰিল।

দ্ৰৌপদীৰ দেহৰ ভাঁজে ভাঁজে জিলিকি উঠিল সকলো সৌন্দৰ্যৰ সম্ভাৰ। এটা নতুন ভবিষ্যতে দ্ৰৌপদীৰ মনৰ গভীৰত প্ৰসাৰিত হৈ পৰিল।

এক অন্তহীন জীৱন-জিজ্ঞাসাই বাৰে বাৰে দ্ৰৌপদীৰ চিন্তা-ভাবনাক সুগভীৰ কৰি তুলিলে।

চৌদিশৰ বতাহ ফালি অহা ৰথৰ চকাৰ তীব্ৰ গতিৰ শব্দই প্ৰতি মুহূৰ্তক

সচকিত কৰি জাননী দিলে। পাঞ্চাল ৰাজ্যৰ অভ্যাগত ৰজামহাৰজা সকল আদৰণি জনাবৰ বাবে সকলো সুব্যৱস্থা কৰা হ'ল।

স্বয়ম্বৰলৈ অহা সকলোৰে বাতৰি ৰজা দ্ৰুপদক দি থকা হ'ল।

"মন্ত্ৰীবৰ, স্বয়ম্বৰৰ বাতৰি? আহিছেনে সকলো ৰজা-মহাৰজা?"

"মহাৰাজ, সকলো আহিছে। কুৰু বংশৰ ধৃতৰাষ্ট্ৰৰ মহাবলী বীৰ পুত্ৰসকল পাঞ্চাল ৰাজ্যত উপস্থিত হৈছেহি। গান্ধাৰ ৰাজ সুবলৰ পুত্ৰ শকুনি, বৃষক আৰু বৃহদ্বলো আহিছে। ঋষিৰাজ দ্ৰোণাচাৰ্যৰ মহাবলী পুত্ৰ অশ্বত্থমা আৰু বিৰাট ৰজাৰ পুত্ৰ শংখ আৰু উত্তৰো উপস্থিত। মহাৰাজ, সকলো আহিছে।"

ৰাজমন্ত্ৰীয়ে পাঞ্চাল ৰজা দ্ৰুপদৰ সমুখত পৌণ্ডৰাজ বাসুদেৱ, মহাবীৰ ভগদত্ত, মদ্ৰৰাজ শল্য, কুৰুবংশীয় ৰজা সোমদত্ত, পুৰু বংশীয় ধনুৰ্দ্ধৰ কাম্বোজৰ ৰজা সুদক্ষিণ, ভুৰি ভূৰিশ্ৰৱা, বাসুদেৱ, বলৰাম, ৰুক্মিণীৰ পুত্ৰ বীৰ্যবান প্ৰদ্যুম্ন, অনিৰুদ্ধ, সাত্যকি, সিন্ধু দেশৰ অধিপতি জয়দ্ৰথ, বৃহদ্ৰথ, বাল্মীক, মহাৰথী শ্ৰতায়ু, মহাপৰাক্ৰমী শিশুপাল, জৰাসন্ধ, উলুক, চিত্ৰাংগদা আদি মহাপৰাক্ৰমী বীৰসকলৰ আগমণৰ বাতৰি দিলে।

ৰজা দ্ৰুপদৰ অন্তৰৰ ভিতৰত হাহাকাৰ কৰি উঠিল। এতিয়াও পাণ্ডুৰ পুত্ৰসকল উপস্থিত হোৱা নাই। জতুগৃহ দাহত সঁচাকৈয়ে পঞ্চ পাণ্ডৱৰ সমাধি ঘটিল নেকি। এয়া অসম্ভৱ।

স্বয়ম্বৰ চাবলৈ বিভিন্ন ৰাজ্যৰ পৰা ব্ৰাহ্মণসকলো আহিল। নানাদেশৰ পৰা ভাৱৰীয়াসকল আহিল, মংগলাচৰণ কৰা বৈতালিক সকল আহিল, স্তুতি পাঠ কৰা সুত সকল আহিল আৰু আহিল উৎসৱত যোগ দিবলৈ মাল যুঁজাৰুসকল ।

স্বয়ম্বৰৰ উৎসৱত সকলোৱে যোগ দিলেহি। পাঞ্চাল ৰাজসভা দিনে-নিশাই আনন্দময় পৰিবেশত মুখৰিত হৈ পৰিল।

ৰাজ কাৰেঙৰ অলিন্দত থিয় হৈ ৰজা দ্ৰুপদে ভাবিবলৈ ধৰিলে। পাণ্ডুৰ তৃতীয় পুত্ৰ মহাবীৰ অৰ্জুনৰ হাতত দ্ৰৌপদীক অৰ্পণ কৰাৰ একমাত্ৰ অভিলাষ আছিল দ্ৰুপদৰ। কিন্তু, পাণ্ডৱসকল অহাৰ কোনো বাতৰিকে নাপালে।

ৰাজ কাৰেঙৰ এক সুন্দৰ কক্ষত সখীসকলৰ সৈতে পৰিবেষ্টিত হৈ দ্ৰৌপদী সোণৰ পালেঙত বহি আছিল। উৎকণ্ঠিত মনেৰে অপেক্ষা কৰিছিল সেই পৰম পুৰুষক দৰ্শন কৰিবৰ বাবে।



এক নতুন প্ৰভাতৰ পোহৰত জকমকাই উঠিছিল পাঞ্চাল ৰাজ্য। দিশে দিশে ধ্বনিত হৈছিল মাংগলিক গীতৰ সুৰ। বতাহজাক বৈ আহিছিল। সুগন্ধি সুবাস বিয়পি পৰিছিল চৌপাশে। বিবিধ বিহংগৰ কল-কাকলিয়ে আকাশ মুখৰিত কৰিছিল।

পাঞ্চালৰ ৰাজ সভাক আজি যেন নতুন সৰগৰ ৰূপত সজোৱা হৈছিল। ৰাজ সভাৰ চৌপাশে সুকোমল আসনত উপবিষ্ট হৈছিল মহাবলী ৰজা-মহাৰজা সকল। সকলোৰে দুচকুত উজ্বলি উঠিছিল পৰম আকাংক্ষিত স্বপ্নৰ পোহৰ।

স্বয়ম্বৰ চাৰলৈ অহা ব্ৰাহ্মণ সকলক দান দক্ষিণা প্ৰদান কৰা হৈছিল। শাৰী শাৰী আসনত বহি ব্ৰাহ্মণসকলে মন্ত্ৰোচ্চাৰণ কৰিছিল। জটাধাৰী ঋষিসকলৰ সমাগমে গম্ভীৰ কৰি তুলিছিল স্বয়ম্বৰৰ পৰিবেশ।

দ্ৰৌপদীক স্বয়ম্বৰৰ থলীলৈ আনোতে ব্ৰাহ্মণ সকলে মন্ত্ৰপাঠ কৰিছিল আৰু ৰজা মহাৰাজাসকলৰ দৃষ্টি নিথৰ হৈ পৰিছিল।

পৃথিৱীৰ সকলো সৌন্দৰ্যই যেন দ্ৰৌপদীৰ যৌৱনক আঁকোৱালি লৈছিল। প্ৰেমৰ সমস্ত অনুভূতি যেন দ্ৰৌপদীৰ অপৰূপ দুচকুৰ দৃষ্টিত বিকশিত হৈ পৰিছিল।

স্বয়ম্বৰথলীত দ্ৰৌপদীক দেখা পাই কোনো কোনোৱে কৈছিল— এই নাৰী পৰম সত্যৰ প্ৰতীক, কোনোৱে কৈছিল— এই নাৰী জীৱনপ্ৰেমৰ এক জীৱন্ত স্বাক্ষৰ। সকলোৰে মুখত উচ্চাৰিত হৈছিল দ্ৰৌপদীৰ গুণ-গৰিমা আৰু ৰূপ লাৱণ্যৰ কথা।

হঠাৎ বাদ্যযন্ত্ৰবোৰ থমকি ৰ'ল।

ধৃষ্টদ্যুম্নই স্বয়ম্বৰ থলীত সমবেত সকলো ৰজা-মহাৰজাক উদ্দেশ্যি ঘোষণা কৰিলে যে এইখন ধনু, এইপাট কাঁড় আৰু সেয়া ওপোমাই থোৱা আছে এটা লক্ষ্যবস্তু। যিজনে এই প্ৰকাণ্ড ধনুখনত শৰপাট লগাই সৌ ঘূৰি থকা চকৰিটোৰ মাজৰ বিন্ধাইদি সৰকাই ওপৰত ভাহি থকা লক্ষ্যবস্তুক ভেদ কৰিব পাৰিব সেইজনকে দ্ৰৌপদীয়ে পতি হিচাপে বৰণ কৰিব।

খন্তেক সময়ৰ বাবে সময় যেন থমকি ৰ'ল।

কেউফালে নিস্তব্ধতা বিৰাজ কৰিলে।

এখন প্ৰকাণ্ড ধনু। ধনুখনৰ ওপৰত দৃষ্টি দি বহুতো ৰজাৰ সাহিয়াল বুকুত কঁপনি উঠিল। সকলোৱে তলমূৰ কৰি থাকিল।

স্বয়ম্বৰৰ থলীত চৌপাশে আসনত উপবিষ্ট ৰজা-মহাৰজাসকলৰ পৰিচয় পাই দ্ৰৌপদী চিন্তিত হৈ পৰিল। কোনোজনৰ প্ৰতিয়েই দ্ৰৌপদীৰ মন বিচলিত নহ'ল।

ক'ত লুকাই আছে দ্ৰৌপদীৰ আকাংক্ষিত মহাবলী সুদৰ্শন যুৱকজন! আছে নে বাৰু এই স্বয়ম্বৰ থলীত! কোনোবাই যেন দ্ৰৌপদীৰ কাণে কাণে কৈ গ'ল—অস্থিৰ নহ'বি। জীৱনৰ প্ৰকৃত সন্ধান বিচাৰি পাবি খন্তেক পিছতে।

আসনত উপবিষ্ট মহাবীৰ কৰ্ণক দেখা পাই দ্ৰৌপদীৰ মন খন্তেকৰ বাবে কঁপি উঠিছিল। এওঁতো পাণ্ডু পুত্ৰ অৰ্জুন নহয়। তথাপি কৰ্ণৰ দুবাহুত যেন জিলিকি আছিল অসীম শক্তিৰ পৰিচয়।

প্ৰকাণ্ড ধনুখনৰ কাষলৈ ধুমুহাৰ গতিৰে অহা প্ৰায়বোৰ ৰজা-মহাৰজাৰ বীৰত্ব নিমিষতে ধুলিসাৎ হৈ পৰিছিল। ধনুখনৰ কাষৰ পৰা পৰাজয়ৰ গ্লানি লৈ উভতি গৈছিল। ব্যৰ্থতাই প্ৰেমৰ তৃষ্ণাক নিৰ্বাপিত কৰিছিল। অসহনীয় অপমানত পৰাজিত ৰজা-মহাৰজা সকলৰ বুকুৰ পৰা নিগৰি পৰিছিল বেদনাৰ হুমুনিয়াহ।

কোনোবাই যেন দ্ৰৌপদীক কাণে কাণে কৈছিল—এয়াই পৰম সত্য, এয়াই ধৰ্ম। ●

  

সমুদ্ৰৰ দৰে অশান্ত হৈ পৰা হৃদয়ৰ গভীৰত যেন দ্ৰৌপদীয়ে শুনিছিল জীৱনৰ আকাংক্ষিত মুহূৰ্তৰ বতৰা। খন্তেক সময়ৰ পিছতে যেন চৌদিশে নিনাদিত হৈ পৰিব জীৱন-সংগীৰ সুৰখিনি।

দ্ৰৌপদী দৃঢ়মনা হৈ অপেক্ষা কৰিছিল।

এইজন সুদৰ্শন ব্ৰাহ্মণ কুমাৰ। সুঠাম শৰীৰৰ অংগে অংগে বিৰাজ কৰিছিল অপূৰ্ব কান্তি। গম্ভীৰ খোজত যেন কঁপি উঠিছিল বিশাল ধৰিত্ৰী। চকুৰে-মুখে বিৰিঙি পৰিছিল আত্মপ্ৰত্যয় আৰু অংগীকাৰবদ্ধ মনৰ দৃঢ়তাৰ স্বপ্নবোৰ।

প্ৰকাণ্ড ধনুখনৰ ফালে আগুৱাই আহিল প্ৰচণ্ড ধুমুহাৰ আগজাননীৰ দৰে।

থমকি ৰ'ল ধনুখনৰ কাষত। চকুমুদি স্মৰণ কৰিলে ইষ্ট দেৱতাক। তাৰপিছত উন্মীলিত দুচকুৰে দৃষ্টি নিক্ষেপ কৰিলে দ্ৰৌপদীৰ ফালে।

এক নিবিড় আকৰ্ষণত যেন অৰূপ তৃষাৰ এজাক বিজুলীয়ে খেলি গ'ল। সমগ্ৰ সত্ত্বা আৰু হৃদয় কঁপাই দ্ৰৌপদীৰ যৌৱনৰ আশাখিনিয়ে চৰাই হৈ উৰি আহিল।

দ্ৰৌপদীয়ে অপলক দৃষ্টিৰে চাই ৰ'ল সুদৰ্শন ব্ৰাহ্মণ কুমাৰৰ পিনে। দ্ৰৌপদীয়ে মনে মনে চিন্তা কৰিলে কোন কাহানিবাই যেন পৰিচয় হৈছিল এইজন সুদৰ্শন যুৱকৰ স'তে। সেই যুৱকৰ অন্তৰংগতাত দ্ৰৌপদীয়ে যেন বিচাৰি পাইছিল যৌৱনৰ সকলো প্ৰেম আৰু অনুভূতিৰ সুখ-শান্তি।

কোন সেই যুৱক। তেওঁ বাৰু সঁচাকৈয়ে ব্ৰাহ্মণ কুমাৰ নে। ক'তা, সেই যুৱকৰ দুচকুত দেখোন জিলিকি আছে ক্ষত্ৰিয় বীৰৰ অনিৰুদ্ধ শক্তিৰ অমলিন অভিব্যক্তি। যুদ্ধ জয়ৰ গৌৰৱৰ চিহ্নবোৰ দেহৰ ভাঁজে ভাঁজে হেৰাই যোৱা নাই এতিয়াও। খোজে খোজে প্ৰকাশিছে শক্তিমন্ত বীৰৰ প্ৰতিজ্ঞাৰ সপোন। দুই বাহুত ধুমুহা সৃষ্টি কৰিব পৰা শক্তিৰ স্ফুলিংগবোৰ যেন চিটিকি পৰিছে কেউকাষে। এয়া জানো সম্ভৱ হ'ব পাৰে কোনো এক ব্ৰাহ্মণ কুমাৰৰ বাবে।

অসম্ভৱ, এই যুৱক কেতিয়াও হ'ব নোৱাৰে ব্ৰাহ্মণ কুমাৰ। এওঁ ক্ষত্ৰিয় বীৰ।

এজাক বতাহ বলিছিল। বতাহজাকে যেন দ্ৰৌপদীৰ কাণে কানে কৈছিল-এয়া স্বপ্ন নহয়, এয়া যৌৱনৰ সত্য আৰু সুন্দৰ স্থিতি। এই ব্ৰাহ্মণ কুমাৰেই যেন পৰম শক্তিৰে আকোৱালি ল'ব পাৰিব দ্ৰৌপদীৰ চিৰ বাঞ্ছিত প্ৰাণৰ পিপাসাক। অনাগত জীৱনৰ পথত এই যুৱকেই যেন সমস্ত অন্ধকাৰ বিনাশী কঢ়িয়াই আনিব পোহৰৰ উজ্জ্বলতাখিনি।

এক অনাবিল প্ৰেমৰ স্বপ্নত বুৰ গৈ দ্ৰৌপদীয়ে মনৰ মাজত বিচাৰিলে সেই যুৱকৰ সত্য পৰিচয়।

হঠাৎ বাজি উঠিল চৌদিশে বাদ্য যন্ত্ৰবোৰ। স্বয়ম্বৰথলীত নিনাদিত হ'ল বীৰধৰ্মৰ প্ৰশংসাৰ গান। আকাশৰ পৰা পুষ্প বৃষ্টি হবলৈ ধৰিলে।

সুদৰ্শন ব্ৰাহ্মণ কুমাৰে অতি সযতনে প্ৰকাণ্ড ধনুখন হাতত লৈ লক্ষ্য ভেদ কৰিলে তীক্ষ্ণ শৰেৰে। প্ৰচণ্ড শব্দত কঁপি উঠিল মেদিনী।

দ্ৰৌপদীয়ে নিমিষতে সেই যুৱকৰ ডিঙিত মাল্য অৰ্পণ কৰি থমকি ৰ'ল।

ব্ৰাহ্মণসকলৰ মাজত আনন্দৰ জোঁৱাৰ বাগৰি গ'ল। স্বয়ম্বৰ থলীত দ্ৰৌপদীক লাভ কৰাৰ তীব্ৰ বাসনা পুহি ৰখা সকলো বীৰ গৰজি উঠিল। পৰাজিত বীৰ সকলে কোবা-কুই কৰিলে যে স্বয়ম্বৰত ব্ৰাহ্মণসকলৰ কোনো অধিকাৰ নাই। প্ৰতিশোধৰ ভাবেৰে সকলো ৰথী-মহাৰথী ৰজা-মহাৰজাসকলে ব্ৰাহ্মণ যুবকৰ বিৰুদ্ধে হুংকাৰি উঠিল।

এক ভীষণ পৰিস্থিতিৰ মাজত সেই ব্ৰাহ্মণ কুমাৰে সকলোকে পৰাভূত কৰি দ্ৰৌপদীক লৈ স্বয়ম্বৰ থলীৰ পৰা আঁতৰি গ'ল।

দ্ৰৌপদীয়ে সেই ব্ৰাহ্মণ কুমাৰক অনুসৰণ কৰি গছ-গছণিৰ মাজে মাজে আগবাঢ়িল।

দ্ৰৌপদীয়ে মনে মনে অনুভৱ কৰিলে এয়া যেন এক নতুন যাত্ৰাৰ আৰম্ভণি। পাঞ্চালৰ ৰাজ প্ৰাসাদৰ অসংখ্য দাস-দাসীৰ মাজত দ্ৰৌপদীয়ে যি সুখ-শান্তি লাভ কৰিছিল সেইখিনি ত্যাগ কৰি ওলাই আহিল বিপুল পৃথিৱীৰ মাজত এক নতুন জীৱনৰ সত্যৰ সন্ধানৰ বাবে।

দ্ৰৌপদীৰ চকুত ভাঁহি উঠিল—প্ৰকৃতিৰ অপূৰ্ব সৌন্দৰ্যৰ মাজত সীমাহীন দুখ-যাতনাৰে জীয়াই থকা মানৱ জীৱনৰ জিজ্ঞাসা। এয়াই যেন দ্ৰৌপদীৰ বাবে পৰম সত্যৰ পথ।

দ্ৰৌপদীয়ে ঘনে ঘনে উশাহ লৈছিল। দ্ৰৌপদীৰ আগে আগে সেইজন সুদৰ্শন ব্ৰাহ্মণ কুমাৰ আৰু পাছত আৰু এজন শক্তিমন্ত বিশাল পুৰুষ আগুৱাই গৈছিল স্বগৃহ অভিমুখে।

ইমান ক্লান্ত হৈয়ো দ্ৰৌপদী অৱশ হৈ পৰা নাছিল। দ্ৰৌপদীয়ে মনে মনে ভাবিছিল সঁচাকৈয়ে যেন বিচাৰি ফুৰা ঠাইখনলৈকে তেওঁলোক আগুৱাই গৈছিল।

কিছুদূৰ যোৱাৰ পিছত এটা সৰু পঁজাৰ সমুখত থমকি ৰৈছিল আটাইকেইজন।

পঁজাটোৰ ভিতৰত পাঁচজন শক্তিমন্ত পুৰুষ আৰু এগৰাকী বৃদ্ধাক দেখা পালে দ্ৰৌপদীয়ে। দ্ৰৌপদীয়ে অতি সহজতেই বুজিব পাৰিলে এওঁলোক কোন।

শস্য শ্যামলা পথাৰৰ ওপৰেদি বৈ যোৱা বতাহ এজাকৰ দৰে এক পৰম শান্তিৰ সন্ধানে দ্ৰৌপদীৰ শৰীৰ আৰু মন অধীৰ কৰি তুলিলে।

গছ-গছনিৰ ফাকেদি নিগৰি পৰা আকাশৰ জোনাকখিনিয়ে তেতিয়া

সেই সক পঁজাটো আৱৰি ধৰিছিল। ৰাতিৰ বুকুত ফেঁচা চৰাইটোৰ মাংগলিক উকলি ধ্বনিয়ে বিয়পাই পেলাইছিল নিসংগতাৰ গভীৰতাখিনি।

সকলো টোপনি গৈছিল।

দ্ৰৌপদী সাৰে আছিল।

সাৰে আছিল বিশাল পৃথীবীখন।

চৌদিশৰ নিস্তব্ধতাৰ মাজত দ্ৰৌপদীয়ে যেন শুনিবলৈ পাইছিল প্ৰকৃতিৰ মাজত নাৰীৰ জীবন আৰু যৌৱনৰ মৰ্মবাণী। এয়াই সত্য পথ আৰু এই পথেদিয়েই আগুৱাই যাব লাগিব। সকলো যাতনা, লাঞ্ছনা, দুখ-বিষাদখিনি লৈ গঢ়িব লাগিব মহাজীৱনৰ ইতিহাস। ●

  

কাৰো একো কথা বুজি বলৈ নাথাকিল। ব্ৰাহ্মণ কুমাৰ বেশত মহাবীৰ অৰ্জুনেই লক্ষ্য ভেদ কৰি দ্ৰৌপদীক স্বয়ম্বৰত লাভ কৰিলে।

পাঞ্চাল ৰাজ্যত পঞ্চ পাণ্ডৱৰ সৈতে দ্ৰৌপদীৰ বিবাহ কাৰ্য সুকলমে সম্পন্ন হৈ গ'ল। দ্ৰৌপদীয়ে পঞ্চপতি লাভ কৰা কথাটোত সকলোৱে আচৰিত হ'লেও পূৰ্বজন্মত যে দ্ৰৌপদী এজন মহৰ্ষিৰ এগাৰাকী কন্যা আছিল আৰু সেই কন্যাই মহাদেৱক তপস্যাৰ দ্বাৰা সন্তুষ্ট কৰি পাঁচবাৰ পতি দিয়ক বুলি বৰ লাভ কৰাৰ ফলত পঞ্চ পাণ্ডৱক পতি হিচাপে লাভ কৰাৰ কথাটো ৰজা দ্ৰুপদে ব্যাসদেৱৰ পৰা আদ্যোপান্ত শুনিবলৈ পালে।

ইতিমধ্যে দ্ৰৌপদী কুৰু বংশৰ বোৱাৰী হোৱা বুলি ধৃতৰাষ্ট্ৰই গম পালে। জতুগৃহত যে পঞ্চ পাণ্ডৱৰ মৃত্যু হোৱা নাই তাকে জানি ভীষ্ম, দ্ৰোণাচাৰ্য, বিদুৰ আদি শ্ৰেষ্ঠ বীৰসকলে মনে মনে ধৰ্মৰ জয়ৰ কথাকেই সুঁৱৰিলে।

পাঞ্চালৰ ৰজা দ্ৰুপদে মনোবাঞ্ছা পূৰণ হোৱা দেখি আনন্দ উপলব্ধি কৰাৰ লগে লগে দ্ৰোণাচাৰ্যৰ ওপৰত প্ৰতিশোধ লোৱাৰ ভীষণ প্ৰতিজ্ঞাৰ কথা সুঁৱৰিলে।

ধৌম্য ঋষিৰ পৌৰোহিত্যত পঞ্চ পাণ্ডৱৰ সৈতে দ্ৰৌপদীৰ বিবাহ সম্পন্ন হোৱাৰ পিছত দ্ৰৌপদীয়ে অতিশয় গৌৰৱবোধ কৰি সত্য ধৰ্ম পালন কৰাৰ বাবে দৃঢ় প্ৰতিজ্ঞ হৈ পৰিল। আনহাতে পঞ্চ পাণ্ডৱৰ মাতৃ কুন্তী দেৱীয়ে অতিশয় চেনেহৰে সাৱটি দ্ৰৌপদীক আশীৰ্বাদ দিছিল। কুন্তীদেৱীয়ে কৈছিল—"শচীদেৱী

ইন্দ্ৰৰ যেনে, স্বাহা অগ্নিৰ যেনে, ৰোহিণী চন্দ্ৰৰ যেনে, দময়ন্তী নল ৰজাৰ যেনে, ভদ্ৰা কুবেৰৰ যেনে, লক্ষ্মী নাৰায়ণৰ যেনে, তুমিও পতিসকলৰ তেনে আদৰৰ হোৱা।"

কুন্তী দেৱীৰ আশীৰ্বাদত দ্ৰৌপদীৰ হিয়াখন আনন্দেৰে উপচি পৰিছিল যদিও মনে মনে অজান আশংকাত কঁপি উঠিছিল। তথাপি, পঞ্চপাণ্ডৱৰ দৰে মহা পৰাক্ৰমী বীৰসকলৰ কাষত কোনো ভয়, সংশয় প্ৰকাশৰ কাৰণ নেদেখিলে।

দ্ৰৌপদীয়ে ৰাজ প্ৰাসাদৰ সকলো সুখ-সম্ভোগ ত্যাগ কৰি কোনোদিনেই অনুতপ্ত হোৱা নাছিল। কুশ বনেৰে সাজি লোৱা শয্যাত ৰাতিটোৰ বাবে আশ্ৰয় লৈ দ্ৰৌপদীয়ে অনুভৱ কৰিছিল পৰম শান্তি।

অন্ধকাৰে আবৰি ধৰা পৃথিৱীৰ বুকুত দ্ৰৌপদীয়ে দেখা পাইছিল জীৱনৰ দুৰ্গম পথত থিয় দি থকা দুখ যাতনাখিনি। তথাপি, অবিচলিত মনৰ মাজত সেই শুভ দিনটোৰ কামনাৰে দ্ৰৌপদীয়ে এখন ধৰ্ম যুদ্ধৰ কথা ভাবিছিল।

প্ৰতিটো নিশাই দ্ৰৌপদীক সোঁৱৰাই দিছিল অন্ধকাৰ আঁতৰি গলে এটা নতুন প্ৰভাতে লৈ আহে সূৰ্যৰ সমস্ত পোহৰ। সেই পোহৰত স্নান কৰি মানুহে লাভ কৰে সত্য আৰু সুন্দৰক।

পঞ্চ পাণ্ডৱৰ সান্নিধ্যত দ্ৰৌপদীয়ে লাভ কৰিছিল সত্য ধৰ্মৰ স্বৰূপ আৰু বীৰ ধৰ্মৰ অৰ্থ। ন্যায়, সত্য, পবিত্ৰতা, সততাৰ, কথাবোৰ দ্ৰৌপদীয়ে গভীৰভাবে হৃদয়ঙ্গম কৰাৰ বাবে প্ৰতি দিনেই কঠোৰ সাধনাৰ বাবে নিজকে প্ৰস্তুত কৰিবলৈ বিচাৰিছিল।

এই আবাসস্থলত থকা সময়ছোৱাত দ্ৰৌপদীয়ে অনুভৱ শক্তিৰে বুজিব পাৰিছিল যে পঞ্চ পাণ্ডৱৰ সত্য ধৰ্ম আৰু অসীম বীৰত্বৰ কথা। দ্ৰৌপদীয়ে মনে মনে সুঁৱৰি চাইছিল—যুধিষ্ঠিৰ ধৰ্মৰ এক জ্বলন্ত শিখা, ভীম প্ৰচণ্ড ধুমুহাৰ অজেয় গতি, অৰ্জুন পূৰ্ণ যৌৱনৰ বিশাল প্ৰেম, অমিত শক্তিৰ দুৰ্নিবাৰ গতি আৰু নকুল সহদেৱ সৌন্দৰ্য আৰু শক্তিৰ এক সমাহাৰ।

দ্ৰৌপদীৰ অন্তৰখন অন্তহীন গৌৰৱৰ আশা আৰু আনন্দৰ মাজত উথলি উঠিছিল। এগৰাকী পৃথিৱীৰ সকলো সুন্দৰৰ মাতৃ হোৱাৰ কামনাৰে দ্ৰৌপদীৰ চকুত থমকি ৰৈছিল বহুতো স্বপ্ন আৰু সামাহীন আশাই।

বিশাল আকাশখনলৈ চাইছিল।

এখন আকাশ। বিশাল আকাশ। সূৰ্য সেই বিশাল আকাশৰ যেন প্ৰতিভূ। দ্ৰৌপদীয়ে মনে মনে ভাবিছিল— বৰ ভাল লাগে এই আকাশ আৰু আকাশৰ নীলাখিনি। আকাশৰ দৰে যদি জীৱন হয় নিৰ্মল আৰু পবিত্ৰ।

কেতিয়াবা আকাশখন গোমা হৈ পৰে। ধুমুহাই আকাশখনক ঢাকি ধৰে।

টোপনিয়ে হেঁচি ধৰিছিল।

দ্ৰৌপদীয়ে সপোন দেখিছিল।

এটা দুৰ্গম পথ। পঞ্চ পাণ্ডৱ, কুন্তী দেবী আৰু দ্ৰৌপদী গৈ আছিল। ক'তো যেন পানী নাই। পানীৰ পিয়াহত সকলোৰে অঠ-কণ্ঠ শুকাই গৈছিল। ভীষণ অন্ধকাৰত দ্ৰৌপদী হেৰাই যাব খুঁজিছিল। কেউফালৰ পৰা হিংস্ৰ জন্তুবোৰে মুখ মেলি খেদি আহিছিল সিহঁতক গিলি পেলাবলৈ। হিংস্ৰ জন্তুবোৰৰ মুখবোৰ পঞ্চ পাণ্ডৱে ফালি পেলাইছিল। তেজৰ নৈ বৈ গৈছিল। দ্ৰৌপদীয়ে সমস্ত দেহৰ শক্তিৰে নিজক বচাবলৈ চেষ্টা কৰিছিল। তাৰ পিছত, এজাক ৰ'দ ওলাইছিল। এখন বিশাল নৈত স্নান কৰি পঞ্চ পাণ্ডৱ আৰু দ্ৰৌপদীয়ে সূৰ্যটোৰ ফালে চাইছিল। .

দ্ৰৌপদীয়ে ৰাতি পুৱাৰ লগে লগে ভয় লগা সপোনটো সুঁৱৰিছিল।

মাতৃ কুন্তী দেবী আৰু দ্ৰৌপদীক লৈ পঞ্চ পাণ্ডৱে যাত্ৰা আৰম্ভ কৰিছিল হস্তিনাপুৰলৈ।

দ্ৰৌপদীয়ে আকাশলৈ মূৰ তুলি চাইছিল।

চপৰা-চপৰা কলা ডাৱৰ কিছুমানে আকাশখন আৱৰি পেলাইছিল। ক'তো এটা চৰাই নেদেখিলে।

লাহে লাহে আটাইকেইজনে দুৰ্গম পথেদি আগুৱাই গৈছিল। এটা নতুন ভবিষ্যতে হাত বাউলি মাতিছিল। নৈৰ পাৰে পাৰে, হাবিজংঘলৰ মাজে মাজে গৈ থাকোঁতে দ্ৰৌপদীৰ মনত পৰিছিল এৰি অহা জীৱনটোলৈ।



এখন নতুন নগৰ গঢ়ি উঠিল।

ইন্দ্ৰপ্ৰস্থ নাম দি পঞ্চপাণ্ডৱে গঢ়ি তোলা নগৰখন আটক ধুনীয়া হৈ পৰিল। পঞ্চ পাণ্ডৱে ধৃতৰাষ্ট্ৰৰ পৰা পোৱা খাণ্ডৱপ্ৰস্থ নামৰ হাবিখনেৰে আৰৰা

অঞ্চলটোতে গড়-খাৱৈ মৰাই, পুখুৰী সৰোবৰ খন্দাই, ফুলৰ উদ্যান পাতি নগৰখনক সজাই-পৰাই তুলিলে।

ইয়াৰ পাছত চালে চকু ৰোৱা ৰাজ কাৰেং সাজিলে।

ইন্দ্ৰপ্ৰস্থত দ্ৰৌপদীয়ে সকলো সুখ-শান্তিতে সময়খিনি কটালেও কৌৰৱৰ পৰা কেতিয়াবা অপকাৰ হোৱাৰ আশংকাত মনে মনে চিন্তা কৰিবলৈ ধৰিলে। ইন্দ্ৰপ্ৰস্থত থকা সময়ছোৱাতে দ্ৰৌপদীয়ে ধৃতৰাষ্ট্ৰৰ পুত্ৰ সকলৰ পাণ্ডৱ সকলৰ প্ৰতি থকা হিংসা-বিদ্বেষৰ মনোভাৱখিনি বুজিব পাৰিছিল। সেয়ে, সদায়েই দ্ৰৌপদীয়ে পঞ্চ পতিৰ মংগল কামনাৰ বাবে প্ৰাৰ্থনা জনাই আহিছিল। তদুপৰি, কোনো ক্ষেত্ৰতে দ্ৰৌপদী বিচলিত নহৈছিল। সূক্ষ্ম ভাবে চিন্তা কৰাৰ লগতে দ্ৰৌপদীয়ে নিজৰ মনক দৃঢ় কৰি তুলিছিল।

ইতিমধ্যে দ্ৰৌপদীয়ে দুৰ্যোধনৰ মনৰ কপটতা ধৰিব পাৰিছিল। দ্ৰৌপদীয়ে পঞ্চ পাণ্ডৱৰ অসীম শক্তি আৰু সত্য ধৰ্মৰ ওপৰত গভীৰ বিশ্বাস পোষণ কৰিছিল।

পুৱাৰ পোহৰত ইন্দ্ৰপ্ৰস্থ জিলিকি উঠাৰ দৰে দ্ৰৌপদীৰ বিশিষ্ট গুণৰাশিয়ে প্ৰজাবৰ্গকে মুগ্ধ কৰিছিল। পুৱাৰ পৰা নিশাৰ আহাৰ গ্ৰহণ কৰা পৰলৈকে ব্ৰাহ্মণ, ভিক্ষাৰী, ভোকাতুৰ আদি কোনোজনকে দ্ৰৌপদীয়ে বিমুখ কৰি আঁতৰাই পঠোৱা নাছিল। দ্ৰৌপদীয়ে নিজে আহাৰ গ্ৰহণ নকৰালৈকে অক্ষয় ভাণ্ডাৰ স্বৰূপ চৰুৰ পৰা সকলো অতিথিকে অন্ন ভোজন কৰাবলৈ সক্ষম হৈছিল।

ইন্দ্ৰপ্ৰস্থৰ প্ৰতি মুহূৰ্ত দ্ৰৌপদীৰ বাবে সুখ শান্তিৰ কাল হৈ পৰাৰ সময়ত ধৃতৰাষ্ট্ৰৰ পুত্ৰ দুৰ্যোধনৰ কুটিল চক্ৰান্তত দ্ৰৌপদীৰ সমগ্ৰ শৰীৰ আৰু মন কঁপি উঠিছিল। আসন্ন বিপদৰ আশংকাই দ্ৰৌপদীৰ মন অস্থিৰ কৰি তুলিলে।

নিশাৰ গভীৰ নিস্তব্ধতাত দুই হাত যোৰ কৰি প্ৰাৰ্থনা জনাছিল— অধৰ্ম, অন্যায় আৰু অসত্যৰ পৰা যেন সকলোকে ৰক্ষা কৰা। বীৰৰ সত্য ধৰ্ম পালনত যেন পঞ্চ পাণ্ডৱক অসীম ধৈৰ্য আৰু শক্তি প্ৰদান কৰা।

দ্ৰৌপদীৰ বিশাল হৃদয়ৰ প্ৰাৰ্থনাৰ সুৰ বতাহত বিয়পি পৰিছিল। ইন্দ্ৰপ্ৰস্থ নগৰৰ ৰাজকাৰেঙৰ দেৱালে দেৱালে যেন ঠেকা খাই উভতি আহিছিল।

এচপৰা ক'লা ডাৱৰ ৰাজকাৰেঙৰ ওপৰৰ আকাশত থুপ খাইছিল। দ্ৰৌপদীয়ে একান্তমনে ভাবিছিল— সমস্ত পৃথিবীয়ে যেন পঞ্চ পাণ্ডৱ আৰু দ্ৰৌপদীক এক অগ্নি পৰীক্ষাৰ বাবে প্ৰত্যাহ্বান জনাইছিল।

লাহে লাহে দ্ৰৌপদীয়ে আগুবাই গৈছিল যুধিষ্ঠিৰৰ সমুখলৈ।

"আৰ্য পুত্ৰ! মোৰ এক আবেদন আছে।"

দ্ৰৌপদীৰ কণ্ঠৰত যুধিষ্ঠিৰে ততালিকে উত্তৰ দিছিল- "কোৱা পাঞ্চালী, তোমাৰ ভয় কিহৰ?

"আৰ্য পুত্ৰ, মই কোনোদিনে ভয়, সংশয়ক প্ৰশ্ৰয় দিয়া নাই। মহাবীৰ পঞ্চপতিৰ দৰে মোৰ হৃদয়তো অসীম সাহস আছে। সত্য ধৰ্ম মোৰ বাবে চিৰ সংগী। স্বধৰ্মৰ পৰা কোনোদিনে বিচলিত হোৱা নাই।"

দ্ৰৌপদীয়ে নিজৰ সতীত্ব গুণৰাশি প্ৰকাশি দুৰ্যোধনে পাশা খেলৰ আয়োজন কৰি অভিসন্ধি কৰাৰ কথাখিনি প্ৰাকশ্য কৰিলে।

দ্ৰৌপদীৰ কথা শুনি যুধিষ্ঠিৰ উপলব্ধি কৰিব পাৰিছিল সকলো ষড়যন্ত্ৰ।

"শুনা পাঞ্চালী, আমি বীৰৰ ধৰ্ম পালন কৰিছো। ক্ষত্ৰিয়ই কোনোদিনেই কোনো কথাকে প্ৰত্যাখ্যান কৰা নাই। সত্যই ধৰ্ম, ধৰ্মই সত্য।"

যুধিষ্ঠিৰে দ্ৰৌপদীক বুজাই দিছিল পঞ্চ পাণ্ডৱৰ সত্য ধৰ্ম আৰু বীৰ ধৰ্ম পালনৰ কথা। সত্য সদায় জয় সেই কথা প্ৰকাশ কৰি যুধিষ্ঠিৰে দ্ৰৌপদীৰ মনত প্ৰেৰণা যোগাইছিল।

কপট পাশা খেলৰ আয়োজনৰ কথা ভাবি দ্ৰৌপদীয়ে বহু নিশা পাৰ কৰি দিছিল উজাগৰে। প্ৰতিটো নিশাৰ নীৰৱতাৰ মাজত অনাগত দিনবোৰৰ সীমাহীন দুখ-যাতনাৰ জীৱনটোক নিৰ্ভীক আৰু পৰম ধৈৰ্যৰে কটোৱাৰ কথা ভাবি তন্ময় হৈ পৰিছিল।

দ্ৰৌপদীয়ে মানস দৃষ্টিৰে দেখা পাইছিল নাৰী জীৱনৰ দুখ-দুৰ্দশা আৰু অপৰিসীম লাঞ্ছনাক। এয়া ভাৰতীয় নাৰীৰ পবিত্ৰতা আৰু সতীত্বৰ আদৰ্শ। ভীষণ ক্ৰোধত জ্বলি উঠিছিল দ্ৰৌপদীৰ দৃঢ়তা। দ্ৰৌপদীয়ে মনে মনে প্ৰতিজ্ঞা কৰিছিল সমস্ত জীৱনৰ দুখ-বেদনা, লাঞ্ছনা-গঞ্জনাৰে সকলো হিংসা-বিদ্বেষ ছাই কৰি সত্য আৰু ন্যায় প্ৰতিষ্ঠা কৰিব এদিন।

আকৌ সন্ধিয়া নামি আহিছিল। টুকুৰা— টুকুৰ হৈ অন্ধকাৰৰ মাজত যেন আকাশখন ভাগি ছিগি পৰিছিল।

ৰাজ কাৰেঙৰ চৌপাশে ভেঁতিয়া এজাক অন্ধকাৰে চুপ পাতি বৈ আছিল গভীৰ নিশাটোৰ আগমনৰ অপেক্ষাত।

অলপ পিছতে সকলো টোপনি যাব। সাৰে থাকিব কেৱল এখন বিশাল পৃথিৱী।

দ্ৰৌপদীয়ে গাৰুত মূৰ থৈ চিন্তা কৰিছিল সমগ্ৰ পৃথিৱীৰ বাবে যেন ক'ৰবাত এখন যুদ্ধৰ আয়োজন হৈছিল। বিধৱাসকলৰ কান্দোনত চকুৰ সকলো পোহৰ হেৰাই গৈছিল, হৃদয়ৰ সমস্ত কোমলতা তীখাৰ দৰে কঠিন হৈ পৰিছিল, চৌদিশে জ্বলি উঠিছিল সমস্ত পাপ আৰু গ্লানি।

এই মহাযুদ্ধৰ বাবেই যেন দ্ৰৌপদীয়ে ভাৰতীয় নাৰীৰ জীৱনৰ সমস্ত দুখ-যাতনাৰে নিজকে প্ৰতিষ্ঠা কৰিব লাগিব ভীষণ প্ৰতিজ্ঞাৰ সাফল্যৰ গৌৰৱেৰে—মনে মনে ভাবিছিল দ্ৰৌপদীয়ে।

  

তেতিয়া দ্ৰৌপদীয়ে বৰ অকলশৰীয়া অনুভৱ কৰিছিল। ৰাজপ্ৰাসাদৰ অন্তেষপুৰৰ পৰা ওলাই আহি বাহিৰত থিয় হৈ দ্ৰৌপদীয়ে আকাশখনৰ ফালে চাই আছিল। কৰবাত ক'লা ক'লা ডাৱৰ এজাক আহি সূৰ্যটো ঢাকি পেলাবৰ চেষ্টা কৰিছিল।

হঠাৎ অচিন এজাক বেসুৰা মাতে দৌপদীৰ মনটোক বিষাদৰ মাজলৈ ঠেলি দিছিল। দ্ৰৌপদীৰ চৰাইজাকলৈ খুব খং উঠিছিল।

গছৰ শুকান পাত কেইখিলামান সৰি পৰিছিল দ্ৰৌপদীৰ সমুখত।

যোৱা নিশাৰ সপোনটোলৈ মনত পৰি অজান আশংকাত দ্ৰৌপদীৰ সমগ্ৰ দেহ-মন শিয়ৰি উঠিছিল। সপোনটো পাহৰিব খুজিও বাৰে বাৰে সপোনৰ অস্পষ্ট কথাবোৰকে দ্ৰৌপদীৰ চকুৰ আগত ভাঁহি উঠে।

প্ৰকাণ্ড অজগৰ সাপটোৱে দ্ৰৌপদীক মেৰিয়াই ধৰিছিল। প্ৰাণপনে দ্ৰৌপদীয়ে মুকলি হ'বৰ চেষ্টা কৰিয়ো পৰা নাছিল। অজগৰটোৰ জিভাখনৰ পৰা বিষবোৰ টোপা-টোপে সৰি পৰিছিল।

পুৱতি নিশাৰ সপোন।

দ্ৰৌপদীয়ে গছৰ ছাঁত বৈ অশান্ত মনটো শান্ত কৰাৰ চেষ্টা কৰিছিল। কাৰো আগমণ কামনা কৰা নাছিল যদিও পাশাখেলৰ জয় পৰাজয়ৰ কথাবোৰ শুনিবৰ বাবে উদ্বিগ্ন হৈ পৰিছিল।

উৎকণ্ঠাৰ ঢৌবোৰে দ্ৰৌপদীৰ মনৰ ভিতৰত এখন অশান্ত সমুদ্ৰৰ সৃষ্টি কৰিছিল। দ্ৰৌপদী অস্থিৰ হৈ পৰিছিল। সকলোফালে অমংগলৰ চিনবোৰ দেখি দ্ৰৌপদীয়ে কোনেও নেদেখাকৈ স্মৰণ কৰিছিল শ্ৰীকৃষ্ণক।

কিছুপৰৰ বাবে দ্ৰৌপদীয়ে অন্তেষপুৰলৈ গৈ নাৰী সকলৰ সৈতে আলাপ কৰি আছিল।

ইতিমধ্যে দ্ৰৌপদীয়ে দুৰ্যোধনৰ ৰথৰ সাৰথি প্ৰতিকামীৰ মুখেদি পাশাখেলৰ বাৰ্তা শুনি চিন্তা কৰিবলৈ ধৰিলে।

দ্ৰৌপদীৰ মনত অসংখ্য প্ৰশ্ন উদয় হৈছিল।

এয়া কি সত্য! এয়া কি ধৰ্ম! যিখন ৰাজসভাত ভীষ্ম, দ্ৰোণাচাৰ্য, বিদুৰ আদি কুৰু বংশৰ সত্য দ্ৰষ্টা বীৰ পুৰুষ সকল আছে সেইখন সভাত এনে অন্যায় অনীতি, অধৰ্ম—অবিচাৰ আদি হ'বলৈ কিয় পালে।

এক ভীষণ সংকল্প কামনাৰে দ্ৰৌপদীয়ে নিজৰ মনটোক দৃঢ় কৰি লৈছিল। প্ৰচণ্ড জুই এবুৰাৰ দৰে জ্বলি উঠিছিল। দ্ৰৌপদীৰ অংগীকাৰবদ্ধ মনটো আৰু সত্য ধৰ্ম আৰু বীৰ ধৰ্মৰ বাবে দ্ৰৌপদীয়ে মনে মনে এক ভয়ানক যুদ্ধৰ কামনা কৰিছিল।

ধৰ্মৰাজ যুষ্ঠিৰৰ পৰাজয়ত দ্ৰৌপদীৰ সমস্ত শৰীৰ আৰু মন অশান্ত হৈ পৰিছিল।

ভীম, অৰ্জুন, নকুল আৰু সহদেৱক পণ ৰাখি যুধিষ্ঠিৰে হেৰুৱাইছিল। যুধিস্থিৰে নিজকো হেৰুৱালে পণ ৰাখি। অৱশেষত যুধিষ্ঠিৰে দ্ৰৌপদীক পণ ৰাখি ৰক্ষা কৰিব নোৱাৰিলে।

দ্ৰৌপদীয়ে মনে মনে চিন্তা কৰিছিল যে ইয়াৰ পৰিণাম ভীষণ হ'ব আৰু পৰিণামেতেই সত্য ধৰ্ম আৰু বীৰ ধৰ্মৰ চিনাকি প্ৰকাশ পাব।

দুৰ্যোধনৰ সাৰথিক বাৰে বাৰে দ্ৰৌপদীয়ে ওভোটাই পঠাইছিল আৰু কৈছিল যে তেওঁ ৰজস্বলা হোৱাৰ বাবে ৰাজসভালৈ না যায়।

বিপদে যেন দ্ৰৌপদীক আগুচি ধৰিছিল।

সম্ৰাট ধৃতৰাষ্ট্ৰৰ পুত্ৰ আৰু দুৰ্যোধনৰ ভাতৃ দুঃশাসন সোমাই আহিছিল। দ্ৰৌপদী থমকি ৰৈছিল ভীষণ ক্ৰোধত। অত্যাচাৰী দুঃশাসনে দ্ৰৌপদীৰ চুলিকোছাত থাপ মাৰি ধৰিলে। মুহূৰ্ত্তে সমস্ত পৃথিৱীখন কঁপি উঠিব দৰে অন্তেষপুৰৰ নাৰী সকলৰ হৃদয় কঁপি উঠিল। সকলো নাৰীয়েই দুঃশাসনৰ এনে কাৰ্যত প্ৰমাদ গণিলে আৰু আগন্তুক ভয়ংকৰ বিপদৰ কথা ভাবি অস্থিৰ হৈ পৰিল।

ৰাজসভাত বেতিয়া ৰজস্বলা অৱস্থাত দ্ৰৌপদীক টানি নি গোৱালেগে

তেতিয়া ভীষ্ম, দ্ৰোণ, বিদুৰ, কৃপাচাৰ্যই নাৰী জাতিক অপমান কৰাৰ কথাটো ভাবি চকু মুদি নিথৰ হৈ ৰ'ল।

দ্ৰৌপদীয়ে তেতিয়া ৰাজসভাত থিয় হৈ সমস্ত পৃথিবীৰ নাৰী জাতিৰ পবিত্ৰতা আৰু অধিকাৰৰ মূৰ্ত্ত ৰূপ ধৰি সত্য, ধৰ্ম, ন্যায়ৰ কথাবোৰ প্ৰকাশ কৰি প্ৰতিবাদ জনাইছিল।

ভৰতবংশৰ গৌৰৱ আৰু ঐতিহ্যক দোহাৰি দ্ৰৌপদীয়ে নাৰী জীৱনৰ সাহস আৰু মুক্ত অধিকাৰেৰে সত্য আৰু ধৰ্মৰ ৰূপত নাৰীৰ মহতী ৰূপ প্ৰকাশ কৰিলে। দ্ৰৌপদীৰ অপৰূপা শক্তিৰ প্ৰকাশ দেখা পাই সকলো ৰথী মহাৰথীৰ হৃদস্পন্দন ক্ষেন্তেকৰ বাবে হ'লেও বন্ধ হৈ যোৱাৰ উপক্ৰম হৈছিল।

ৰাজসভাত পঞ্চপাণ্ডৱৰ দৰে শক্তিমন্ত অজেয় বীৰৰ যোগ্য পত্নী স্বৰূপে দ্ৰৌপদীয়ে কুণ্ঠাহীনভাবে ব্যক্ত কৰা প্ৰতিটো শব্দই যেন অদূৰ ভবিষ্যতৰ ভয়াবহ পৰিস্থিতি এটাৰ বাবে সকলোকে সকীয়াই দিলে। দ্ৰৌপদীয়ে সমস্ত পৃথিবীৰ নাৰী সমাজৰ শক্তিক প্ৰকাশ কৰা দেখিবলৈ পালে গুণীজ্ঞানী ধাৰ্মিক সকলে।

পিতামহ ভীষ্মই দ্ৰৌপদীৰ নিৰ্ভীকতাৰ মাজত এগৰাকী বীৰাংগনাৰ সত্য আৰু ধৰ্মৰ উজ্জ্বল ৰূপ দেখা পাই আশীৰ্বাদ জনালে।

দ্ৰৌপদীয়ে নাৰী জীৱনৰ গভীৰ উপলব্ধি আৰু অনুভূতিৰে যিবোৰ কথা কৈছিল সেই কথাবোৰ বিশাল আকাশৰ পৰা সৰি পৰা প্ৰবল বৰষুণৰ জলৰাশিৰ দৰে মাটিৰ গভীৰলৈ সোমাই গৈছিল পলসৰ বীজ মন্ত্ৰ হৈ আৰু বৈ গৈছিল মহাসমুদ্ৰৰ বিশালতাৰ বুকুলৈ। কিন্তু, অন্ধ সম্ৰাট ধৃতৰাষ্ট্ৰৰ দূৰ্মতি পুত্ৰসবে বধিৰ হৈ একো নুশুনিলে আৰু অন্ধ হৈ দেখা নাপালে দ্ৰৌপদীৰ ক্ৰোধত জ্বলি উঠা নাৰী জীৱনৰ পৰম সত্যৰ স্বৰূপ।

আকৌ এবাৰ দুৰ্মতি দুঃশাসনে এগৰাকী পতিব্ৰতা সত্য দ্ৰষ্টা নাৰীৰ অধিকাৰখিনি পাহৰি পাষণ্ড শক্তিৰে দুৰ্যোধনৰ নিৰ্দেশত দ্ৰৌপদীক ৰাজসভাত উলংগ কৰিবৰ বাবে বস্ত্ৰ হৰণৰ দৰে নিলৰ্জ কাৰ্যত ব্ৰতী হ'ল।

দ্ৰৌপদীয়ে স্মৰণ কৰিলে ভগৱান স্বৰূপ শ্ৰীকৃষ্ণক। মনে মনে দ্ৰৌপদীয়ে অনুভৱ কৰিছিল যে নাৰীক উলংগ কৰিব নোৱাৰে জীৱণ ধুমুহা বতাহেও। তদুপৰি দ্ৰৌপদী সমস্ত নাৰী জাতিৰ এক গোপন শক্তি হৈ থিয় হৈ আছিল ৰাজসভাৰ মাজত।

সেই মুহূৰ্ত্ততে দ্ৰৌপদীৰ দুচকুৰ পোহৰত বিৰিঙি পৰিছিল ভীষণ ৰূপ। পাণ্ডুৰ দ্বিতীয় পুত্ৰ ভীমে এক ভয়ংকৰ প্ৰতিজ্ঞাৰে ৰাজসভা কঁপাই তুলিলে।

ৰাজসভাৰ চৌদিশে অমংগলীয়া পৰিবেশ এটা বিৰাজ কৰিছিল। দিনতে শিয়ালৰ হোৱা হোৱা চিএৰ, গাধৰ দেডাউৰি, চৰাইৰ আপদীয়া মাত আদিয়ে প্ৰকাশ কৰিছিল আগন্তুক বিপদৰ সম্ভাৱনাক।

পৰাজিত মুহূৰ্তটোৰ চিন্তাৰে অন্ধ সম্ৰাট ধৃতৰাষ্ট্ৰই দ্ৰৌপদীৰ মনৰ ভিতৰত জ্বলি উঠা জুইকুৰাৰ সৰ্বনাশী ৰূপটো দেখা পাই অস্থিৰ হৈ পৰিছিল আৰু দ্ৰৌপদীক বৰ প্ৰদান কৰি মুক্তি দিছিল।

দ্ৰৌপদীয়ে বিচাৰি পাইছিল নাৰীৰ যথাৰ্থ শক্তি আৰু পবিত্ৰতাক। পঞ্চ পাণ্ডৱক মুকলি কৰি দ্ৰৌপদীয়ে স্বামীসহ উভতি আহিছিল ৰাজসভাৰ অন্ধকাৰে আবৰা অধৰ্ম আৰু অসত্যৰ পৰা।

ইন্দ্ৰপ্ৰস্থৰ যাত্ৰাত দ্ৰৌপদীৰ মন যেন দুগুণ শক্তিৰে জ্বলি উঠিছিল। অনুভৱ কৰিছিল বাৰে বাৰে এতিয়াও যেন সেই শক্তিয়ে দ্ৰৌপদীৰ জীৱনক দিব পৰা নাই পূৰ্ণ শক্তি।

দিনৰ পোহৰখিনি গলি গলি হেৰাই গৈছিল। এন্ধাৰ ঘনীভূত হৈ আহিছিল। প্ৰকৃতিৰ প্ৰতিটো বস্তুৱে কদাকাৰ মূৰ্ত্তি ধাৰণ কৰি আগুচি ধৰিছিল পঞ্চ পাণ্ডৱহঁতৰ যাত্ৰা পথটোত।

দ্ৰৌপদীয়ে পঞ্চ পাণ্ডৱৰ আটাই কেইজনৰ বীৰত্বৰ গৌৰৱ, ধৈৰ্য, সহিষ্ণুতা, ধৰ্মৰ প্ৰতি থকা গভীৰ বিশ্বাসক জুকিয়াই চাইছিল। মনে মনে দ্ৰৌপদীয়ে ভাবিছিল যে নাৰীৰ বাবে এয়া সত্য পথ য'ত যুধিষ্ঠিৰৰ সত্য নিষ্ঠা, ধৰ্মজ্ঞান, ভীমৰ সীমাহীন শক্তি, অৰ্জ্জুনৰ অপৰাজেয় প্ৰেমৰ পূৰ্ণ ৰূপ আৰু যৌৱনৰ অমিতাভ, শক্তি নকুল আৰু সহদেৱৰ যৌৱন সুলভ আচৰণে প্ৰকৃতিৰ সমস্ত সৌন্দৰ্য আৰু পবিত্ৰতাকেই আনি দিব পাৰে।

পথটো নিৰ্জন হৈ পৰিছিল।

কাষৰ হাবিখনত এজাক চৰাইৰ কোৰ্হাল শুনি দ্ৰৌপদীয়ে গছ জোপালৈ চাইছিল। সাপ এটাই চৰাইৰ বাহত সোমাই চৰাইৰ পোৱালিবোৰ খাবলৈ ধৰাত চৰাইজাকে অসহায় হৈ কোৰ্হাল কৰিছিল। দ্ৰৌপদীয়ে ভীষণ দৃশ্যটো দেখুৱাই দিয়াত অৰ্জুনে ধেনুখনত কাঁড় এপাত জুৰি এৰি দিছিল। নিমিষতে কাঁড় পাতে সাপটো গছৰ পৰা আঁতৰাই দূৰৈত পেলাই দিছিল।

দ্ৰৌপদীয়ে এইবোৰ অমংগলৰ চিহ্ন বুলি ভাবি তলমূৰ কৰি চিন্তা কৰিছিল। সমুখত তেতিয়া কেৱল এন্ধাৰ।

☆ ☆ ☆

পাণ্ডৱসকল দ্ৰৌপদীৰ সৈতে আকৌ হস্তিনাপুৰ পালেহি। ইন্দ্ৰপস্থলৈ উভতি যোৱাৰ পথত আকৌ পাশা খেলৰ আয়োজন কৰি অন্ধ ধৃতৰাষ্ট্ৰৰ অনুমতি লৈ কৌৰৱৰ দুৰ্যোধন, কৰ্ণ, শকুনি আদিয়ে পঞ্চ পাণ্ডৱক এসেকা দিবৰ বাবে মনস্থ কৰিলে।

আকৌ পাশা খেলৰ আযোজনৰ কথা শুনি দ্ৰৌপদীৰ মন শংকা, সন্দেহ আদিৰে উদ্বিগ্ন হৈ পৰিল।

'আৰ্যপুত্ৰ, এয়া জানো ধৰ্ম, এয়া জানো সত্য?'

দ্ৰৌপদীৰ কথাত যুধিষ্ঠিৰে দ্বিধাহীন ভাবে কলে—

'ধৰ্মৰ জয়ক কোনেও প্ৰতিৰোধ কৰিব নোৱাৰে। বহু যন্ত্ৰণা, বহু কষ্টৰ পিছত সময়ত এজোপা গছত ফল লগাৰ দৰে ধৰ্মই সত্যক প্ৰকাশ কৰে।'

'ধৰ্মই সত্য আৰু সত্যই তেন্তে ধৰ্ম। বীৰত্বৰ অৰ্থ কি ?'

'পাঞ্চালী, তুমি সমস্ত নাৰী জাতিৰ শক্তি হৈ উপজিছা সত্য আৰু ধৰ্মক তুমি উপলব্ধি কৰিব পাৰিছা। সত্য আৰু ধৰ্মক বাদ দি বীৰত্বপ্ৰদৰ্শন কৰিবলৈ গ'লে সেই বীৰত্বৰ অৰ্থ হ'ব চৌৰ্য বৃত্তি। '

ধৰ্মৰাজ যুধিষ্ঠিৰৰ জ্ঞান-গৰ্ভ কথাবোৰ শুনি দ্ৰৌপদীয়ে উপলব্ধি কৰিছিল যে পাৰ্থিৱ দুখ-কষ্টবোৰ প্ৰকৃত বীৰৰ বাবে অতি তুচ্চ কথা।

দ্ৰৌপদীয়ে চিন্তিত হৈ পৰিছিল যদিও মনটোক অবিচলিত কৰি তুলিছিল। এগৰাকী ধৈৰ্যশালী নাৰীৰ দৃঢ়তাখিনি লৈ দ্ৰৌপদীয়ে আগন্তুক বিপদৰ বাবে সাজু হৈ অপেক্ষা কৰিছিল দুখৰ বাৰ্তা শুনিবলৈ।

দ্ৰৌপদীৰ জানিবলৈ বাকী নাছিল যে পুনৰ আয়োজন হোৱা পাশা খেলত পঞ্চ পাণ্ডৱে এক অগ্নি পৰীক্ষাৰ বাবে প্ৰস্তুত হ'ব লাগিব।

ৰাজ অন্তেষপুৰৰ কপট পৰিবেশৰ পৰা আঁতৰি আহিবলৈ দ্ৰৌপদীয়ে ক্ষণ গণি আছিল। দ্ৰৌপদীয়ে বিদায় মুহূৰ্তৰ বাবে যেন বৈ আছিল। চকুৰ আগত ভাঁহি উঠিছিল এখন বিশাল অৰণ্য নৈ নিজৰা কুলকুলধ্বনিত যেন দ্ৰৌপদীৰ অশান্ত হৃদয়খন শাঁত পৰি গৈছিল।

তাৰ পিছত সমস্ত কল্পনাখিনি ভাঙি সেই নিৰ্মম সত্য বাৰ্ত্তাটো শুনিবলৈ পালে দ্ৰৌপদীয়ে। একান্ত মনে পৰম কৃষ্ণক স্মৰণ কৰি দ্ৰৌপদীয়ে নিজকে সংযত কৰি ললে। পঞ্চ পাণ্ডৱৰ সতে অভিশপ্ত দিনবোৰ সুকল্পমে কটাই দিয়াৰ বাবে ভীষণ প্ৰতিজ্ঞাৰ কথা চিন্তিলে।

পুনৰ আয়োজিত পাশাখেলত পৰাজিত হৈ পঞ্চ পাণ্ডৱে বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাস কটাবলগীয়া হয়।

পঞ্চ পাণ্ডৱৰ লগতে দ্ৰৌপদীয়েও বনবাস খাটিবৰ বাবে সকলো অলংকাৰ পাতি আৰু সাজ-পাৰ সোলোকাই সামান্য এডোখৰ বস্ত্ৰ পিন্ধি বনলৈ যাবলৈ সাজু হ'ল।

দ্ৰৌপদীয়ে কোনো বিষাদ ভাব প্ৰকাশ নকৰাকৈ সম্মানিত জ্যেষ্ঠসকলৰ পৰা বিদায় লৈছিল।' পঞ্চ পাণ্ডৱৰ মাতৃ কুন্তীয়ে দ্ৰৌপদীক আশীৰ্বাদ দি কৈছিল—'তুমি সকলো গুণৰ অধিকাৰিণী। তোমাৰ স্বামী পঞ্চ পাণ্ডৱ যেতিয়া লগত আছে তুমি সদায় শক্তিৰূপা হৈ জিলিকি থাকিবা।

কুন্তীৰ আশীৰ্বাদ লাভ কৰি দ্ৰৌপদীয়ে সেই দুখৰ সময়তো সমস্ত নাৰী জাতিৰ আদৰ্শক প্ৰতিষ্ঠা কৰাৰ বাবে দৃঢ় প্ৰতিজ্ঞ হৈ পৰিছিল।

দ্ৰৌপদীয়ে কুৰু কুলৰ সকলো বোৱাৰী, জীয়ৰীৰ পৰা বিদায় লৈছিল। দ্ৰৌপদীৰ এনে অৱস্থা দেখি সকলো নাৰীৰ চকুপানী বৈ আহিছিল। সকলোৱে মাথো অনুভৱ কৰিছিল যে নাৰী সৃষ্টিৰ প্ৰতীক আৰু সমস্ত নাৰীৰ অধিকাৰ আৰু পবিত্ৰতাক ঘূৰাই আনিবৰ বাবেই যেন দ্ৰৌপদীৰ এই দুখময় যাত্ৰাৰ আৰম্ভণি।

পঞ্চ পাণ্ডৱৰ সৈতে দ্ৰৌপদীয়ে বনবাস যাত্ৰাৰ বাবে ওলাই আহিছিল। পঞ্চ পাণ্ডৱৰ সকলো কেইজনৰ গাত আছিল সামান্য এডোখৰ বস্ত্ৰ আৰু দ্ৰৌপদীয়ে সামান্য সাজ পৰিধান কৰিছিল।

হাবিতলীয়া বাটেদি পঞ্চ পাণ্ডৱৰ লগে লগে দ্ৰৌপদী গৈ আছিল। কেনি যাব দ্ৰৌপদীয়ে একো জনা নাছিল। সুদীৰ্ঘ তেৰ বছৰ ক'ত কেনেকৈ থাকিব সেই কথা চিন্তা কৰাৰ বাবে যেন কোনো অৱকাশ নাছিল। মাথো পঞ্চ পাণ্ডৱৰ জীৱনৰ কথা ভাবি দ্ৰৌপদীৰ অন্তৰখন যেন ভাগি পৰিছিল।

দ্ৰৌপদীৰ ভাগৰ লাগিছিল।

পঞ্চ পাণ্ডৱে প্ৰকাণ্ড গছ এজোপাৰ তলত জিৰণি ল'বৰ বাবে থমকি ৰৈছিল। গছৰ তলৰ মাটিত যুধিষ্ঠিৰ বহি পৰাত দ্ৰৌপদীয়ে চকু মুদি দিছিল।

হঠাৎ প্ৰকাণ্ড গাহৰি এটা আহি থৰ লাগি ৰৈছিল। দ্ৰৌপদীয়ে ভয়ত আতুৰ হৈ যুধিষ্ঠিৰৰ কাষ চাপি গৈছিল। লাহে লাহে গাহৰিটো আঁতৰি ডাঠ হাবিখনৰ ভিতৰলৈ সোমাই গ'ল।

নকুল আৰু সহদেৱে ওচৰৰ নিজৰাটোৰ পৰা গছৰ পাতত পানী আনি যুধিষ্ঠিৰ আৰু দ্ৰৌপদীৰ সমুখত তুলি ধৰিছিল। দ্ৰৌপদীয়ে পৰম তৃপ্তিৰে পানী খাইছিল।

দ্ৰৌপদীক মাজত লৈ যুধিষ্ঠিৰ, ভীম, অৰ্জুন, নকুল আৰু সহদেৱ আগুৱাই গৈছিল গভীৰ অৰণ্যখনৰ ভিতৰলৈ। লাহে লাহে আকাশৰ বেলিটো পশ্চিম দিগন্তত থমকি ৰৈছিল। পশ্চিমত মাৰ যাবলৈ ধৰা বেলিটোৰ আভাখিনি গছৰ ফাকে ফাকে আহি দ্ৰৌপদীৰ গালত স্পৰ্শ কৰিছিল।

ক'ৰবাৰ পৰা বনৰীয়া হাতী এজাক আহি ওপৰলৈ শুৰ তুলি পঞ্চ পাণ্ডৱৰ বাটত থমকি ৰৈছিল। পলকতে ভীমে প্ৰকাণ্ডগছ এডাল উভালি হাতীকেইটাক কোবাবলৈ ধৰিলে। হাতী কেইটা ভীমৰ হাতৰ গছডালৰ কোব খাই চিটিকি পৰিছিল। প্ৰকাণ্ড দাঁতাল হাতীটোৰ দাঁত দুটাত ধৰি ভীমে শূন্যত দাঙি লৈ বহুত দূৰলৈ দলিয়াই দিছিল।

'ভাই অৰ্জুন, আমি এডোখৰ বিপদমুক্ত ঠাই নিৰ্বাচন কৰি ৰাতিটোৰ বাবে কটাব লাগিব।'

যুধিষ্ঠিৰৰ কথা শুনি অৰ্জুনে গছ এজোপাৰ ওপৰলৈ উঠি নিৰাপদ ঠাই বিচাৰিছিল।

ৰাতিটো কটাবৰ বাবে ঠাইখিনি থিক-থাক্ কৰি লৈ জুই একুৰা জ্বলাইছিল। হৰিৰ ডাল পাত আনি জিৰণিৰ বাবে এখন আসন নিৰ্মাণ কৰি দিলে নকুল আৰু সহদেৱে।

কোনোজনৰে টোপনি অহা নাছিল। দ্ৰৌপদীয়ে গোটেই নিশা কাণ পাতি শুনিছিল বাঘ-ভালুক আদি বন্য জন্তুবোৰৰ মাত। দ্ৰৌপদীয়ে ৰাজ প্ৰাসাদৰ সকলো সুখ শান্তি পাহৰি পেলাইছিল। ওচৰত জ্বলি থকা জুইকুৰাৰ পোহৰত দ্ৰৌপদীৰ চকু দুটাত তীব্ৰতৰ হৈ উজ্বলি উঠিছিল ভীষণ প্ৰতিশোধৰ এক ভয়ংকৰ প্ৰতিজ্ঞাৰ কামনাখিনি।

নিজৰাটোৰ কল কল ধ্বনি প্ৰতিধ্বনিত হৈছিল। দ্ৰৌপদীয়ে মনে মনে ভাবিছিল–এই প্ৰকৃতি সঁচাকৈয়ে উদাৰ। প্ৰকৃতিৰ ধৰ্মই চিৰন্তন সত্য যাক

কোনেও বোধিব নোৱাৰে। নাৰীৰ দৰেই পবিত্ৰ আৰু সহনশীলা প্ৰকৃতিৰ যৌৱন।

☆ ☆ ☆

সূৰ্য দেৱতাক কঠোৰ তপস্যাৰ দ্বাৰা সন্তুষ্ট কৰি যুধিষ্ঠিৰে লাভ কৰিছিল তামৰ চৰুটো। বিশিষ্ট গুণ থকা তামৰ চৰুটো পাঞ্চালীৰ হাতত তুলি দিছিল।

অক্ষয় ভাণ্ডাৰ স্বৰূপ চৰুটো থাকিলে কোনো কালেই দ্ৰৌপদীয়ে চিন্তা কৰিব নালাগিছিল। দ্ৰৌপদীয়ে অন্ন গ্ৰহণ নকৰালৈকে এই চৰুটোত ৰন্ধা অন্ন আৰু ব্যঞ্জনখিনি শেষ নোহোৱাকৈ ভৰপূৰ হৈ থাকে আৰু অসংখ্যজন অভ্যাগতক ইয়াৰ অন্ন ব্যঞ্জনাৰে আপ্যায়ন কৰিব পৰা যায়।

দ্ৰৌপদীয়ে সেই অক্ষয় ভাণ্ডাৰ স্বৰূপ তামৰ চৰুটোত ৰন্ধা-বঢ়া কৰি ভীষণ আনন্দ লভিছিল আৰু ব্ৰাহ্মণ সজ্জনক সোধ-পোছ কৰিবলৈ সক্ষম হৈছিল।

কাম্যক বনৰ প্ৰকৃতিৰ মাজত থাকি দ্ৰৌপদীয়ে সকলো দুখ ভাগৰ পাহৰি যাবলৈ চেষ্টা কৰিছিল। সদায়েই নীৰৱে স্মৰণ কৰিছিল ভগৱান স্বৰূপ শ্ৰীকৃষ্ণক। প্ৰতিটো দিনৰ শেষত দ্ৰৌপদীয়ে পঞ্চ পাণ্ডৱৰ মুখলৈ চাই ভাবিছিল এই দুখৰ পিছত আহিব লগীয়া দিনবোৰ বাৰু কিমান মধুৰ হ'ব। সঁচাকৈয়ে বাৰু তেওঁৰ স্বামীসকলৰ হাতত ধৃতৰাষ্ট্ৰৰ পুত্ৰইঁত আৰু শকুনিয়ে পাপৰ প্ৰায়শ্চিত্ত পাবনে! ভীষ্ম, দ্ৰোণাচাৰ্য, কৰ্ণ আদি মহাবীৰসকলে সৰ্বশক্তিৰে ৰক্ষা কৰিব পাৰিবনে অত্যাচাৰীইঁতৰ অন্যায় অধৰ্মক।

দ্ৰৌপদীয়ে কাম্যক বনত থকা কেইদিন দিনৰ ভাগত সকলো ব্ৰাহ্মণ সজ্জনক সেৱা শুশ্ৰূষা কৰি আজৰি সময়ত প্ৰকৃতিৰ বুকুৰ সৌন্দৰ্যখিনি চাবলৈ নিজবাটোৰ পাৰলৈ গৈ বিশাল আকাশখনৰ ফালে চাই আছিল।

সেইদিনা দ্ৰৌপদীয়ে অকলশৰে নিজবাটোৰ পাৰলৈ যাওঁতে প্ৰকাণ্ড বাঘ এটাৰ সমুখত পৰি ভয়ত অস্থিৰ হৈ পৰিছিল। কিন্তু, কি আচৰিত কথা প্ৰকাণ্ড বাঘটোৱে গম্ভীৰ খোজেৰে দ্ৰৌপদীৰ কাষৰ পৰা আঁতৰি গুছি গৈছিল।

প্ৰকাণ্ড গছবোৰত বাহ সাজি থকা বিবিধ চৰাই উৰি আহি দ্ৰৌপদীৰ কাষত বৈ নিৰ্ভয়ে বিচৰণ কৰিছিল। কেতিয়াবা পহু পোৱালিবোৰ দৌৰি

আহি দ্ৰৌপদীৰ কাষ চাপি থৰ হৈ ৰৈছিল। সকলো পশু-পক্ষীয়ে যেন দ্ৰৌপদীৰ সতে অন্তৰংগতা গঢ়ি তুলিছিল। এইবোৰ চাই চাই দ্ৰৌপদী আপোন পাহৰা হৈ পৰিছিল।

হঠাৎ শ্ৰীকৃষ্ণক দেখা পাই দ্ৰৌপদীয়ে নিজৰ চকু দুটাকে বিশ্বাস কৰিব পৰা নাছিল। যাক ইমান দিনে মনে মনে স্মৰণ কৰিছিল সেই ভগবান শ্ৰীকৃষ্ণৰ আগমনত দ্ৰৌপদীৰ মন এক অবুজ আনন্দ আৰু বিষাদত উথলি উঠিছিল।

দ্ৰৌপদীৰ চকুৰ পৰা দুধাৰি লোতক বৈ আহিছিল। শ্ৰীকৃষ্ণই দ্ৰৌপদীৰ অন্তৰৰ বিষাদখিনি উপলব্ধি কৰি সান্তনা দিবলৈ ভাষা বিচাৰি পোৱা নাছিল। দ্ৰৌপদীৰ কথাখিনি শুনিছিল একান্ত চিত্তে।

পাশাখেলত দুৰ্যোধনহঁতৰ অন্যায়, দুঃশাসনৰ হাতত লাঞ্ছিত হ'ব লগীয়া অৱস্থা, বনবাসৰ দৰে এক কঠোৰ জীৱন-যাপন কৰিবলগীয়া আদি সকলো বিৱৰণ দাঙি ধৰি ইয়াৰ সমিধান বিচাৰি শ্ৰীকৃষ্ণ ওচৰত কাকুতি জনাইছিল দ্ৰৌপদীয়ে। বস্ত্ৰ হৰণৰ সময়ত দ্ৰৌপদীয়ে কিদৰে অপমানিত হৈছিল আৰু সেই অন্যায় অনীতি চাই ভীষ্ম, দ্ৰোণ, কৃপাচাৰ্য আদি কুৰু বংশৰ ন্যায়নিষ্ঠ ধাৰ্মিকসকলে চকু মুদি কোনো প্ৰতিবাদ জনাবালৈ সাহস কৰা নাছিল সেইকথা কৈ দ্ৰৌপদী অস্থিৰ হৈ পৰিছিল।

তেওঁ পঞ্চ স্বামী ধাৰ্মিক আৰু মহাবীৰ হোৱা সত্বেও ইমান দুখ ভোগ কৰিবলগীয়া হ'ল সেই কথা দ্ৰৌপদীয়ে জানিবলৈ বিচাৰিছিল।

অবিচলিত হৈ পৰা দ্ৰৌপদীৰ দুচকুত জ্বলি উঠিছিল প্ৰতিশোধৰ এক ভয়ংকৰ অগ্নিশিখা। শ্ৰীকৃষ্ণই বুজিব পাৰিছিল দ্ৰৌপদীৰ এই অগ্নিশিখাই সমস্ত কুৰু বংশ পুৰি নিঃশেষ কৰিব।

শ্ৰীকৃষ্ণই দ্ৰৌপদীক সান্তনা সুৰত কৈছিল যে বনবাস আৰু অজ্ঞাত বাসৰ অন্তত এখন ভাৰৰ যুদ্ধ সংঘটিত হ'ব আৰু সেই যুদ্ধত যি সকলে পঞ্চ পাণ্ডৱক ইমান দুখ-কষ্ট, লাঞ্ছনা, গঞ্জনা দিছে সেই সকল পাপিষ্ঠই উপযুক্ত শাস্তি পাব। যুধিষ্ঠিৰ ৰাজাধিৰাজ হ'ব।

দ্ৰৌপদীয়ে শ্ৰীকৃষ্ণৰ মুখত সেই সত্য বাক্য শুনি শান্ত হৈ পৰিল। অনুভৱ কৰিলে অন্তৰৰ ভিতৰত নিজৰাৰ শীতল পানীৰ কোমল স্পৰ্শ।

পঞ্চ পাণ্ডৱ আৰু দ্ৰৌপদীক সমস্ত প্ৰতিশ্ৰুতিৰে সান্তনা কৰি শ্ৰীকৃষ্ণ উভতি গল। পঞ্চ পাণ্ডৱেও কাম্যক বন এৰি দ্বৈতবনলৈ যাবৰ বাবে সিদ্ধান্ত লৈছিল।

পুৰাৰ ৰ'দজাক সিঁচৰিত হৈ পৰিছিল। দ্ৰৌপদীয়ে দুচকুত ৰ'দৰ পোহৰখিনি থাপি আগবাঢ়ি গৈছিল হাবিতলীয়া বাটেদি। গছৰ ফাকেদি সৰকি পৰিছিল ৰ'দৰ জিলিকনি।

☆ ☆ ☆

পুৱাৰ সমীৰত নৈখনৰ স্ৰোতধাৰাৰ কলকল ধ্বনি বতাহত ভাঁহি আহিছিল। ওখ ওখ বিৰিখৰ পৰা জাক জাক চৰাইয়ে কল-কাকলিৰে মুখৰিত কৰি উৰা মাৰিছিল মুকলি আকাশৰ বুকুলৈ। ওৰে নিশা গোজৰি থকা বাঘিনীজনী অৰণ্যখনৰ গভীৰলৈ প্ৰবেশ কৰিছিল। হৰিণা এজাক পানী খাবলৈ নৈখনৰ পানী যুঁৰলিলৈ নামি গৈছিল আৰু ভেবা লাগি চাই আছিল আকাশৰ বুকুৰ পৰা সৰি পৰা পোহৰখিনিলৈ।

ওখ ওখ গছৰ ডাল-পাতৰ ফাকেদি সৰকি অহা এচেৰেঙা ৰ'দে সাবটি লৈছিল গছৰ ডালপাতেৰে সজা পঁজাটিক। পঁজাটিৰ সমুখলৈ ওলাই আহি দ্ৰৌপদীয়ে কেউকালৰ নৈসৰ্গিক সৌন্দৰ্যখিনি চাই মনৰ মাজত তোলপাৰ কৰি থকা স্মৃতিৰ কথাবোৰ স্মৰণ কৰিছিল।

এইখন সৰস্বতী নৈ আৰু সৰস্বতী নৈৰ পাৰৰ এইখন দ্বৈতবন। এই দ্বৈতবনতে সৰু পঁজা এটি সাজি পঞ্চ পাণ্ডৱে আশ্ৰম পাতি ল'লে। কাম্যক বন এৰি আহি দ্বৈতবনত আশ্ৰয় ল'লেহি পঞ্চ পাণ্ডৱে আৰু ইয়াতেই বনবাসৰ এছোৱা সময় কটাবলৈ মানস কৰিলে।

নৈখনৰ পাৰলৈ বুলি দ্ৰৌপদী আগুৱাই গৈছিল গছ-লতাৰ মাজে মাজে। হঠাৎ হৰিণা পোৱালি কেইটাই দ্ৰৌপদীক দেখা পাই সচকিত হৈ পৰিল দ্ৰৌপদী থমকি ৰ'ল। হাতেৰে কুঁহিপাত এখিলা ছিঙি দ্ৰৌপদীয়ে হৰিণা পোৱালি কেইটাৰ ফালে হাতখন মেলি দিলে।

হৰিণা পোৱালি কেইটা আগুৱাই আহিল দ্ৰৌপদীৰ কাষলৈ। দ্ৰৌপদীয়ে হৰিণা পোৱালি কেইটাক উদ্দেশ্যি কৈছিল—

"কি বুজি পাবি বনৰ পহু তই মানুহৰ জীৱনৰ দুখ-বেদনাৰ কথা। তহঁতৰ লগতে থাকিম খোজোঁ মই। আঁতৰি নেযাবি। আহ, ওচৰলৈ আহ।...

হৰিণা পোৱালি কেইটাৰ গাত হাত বুলাই দিয়াত পোৱালি কেইটাই কিছুপৰ দ্ৰৌপদীৰ মুখলৈ ভেবা লাগি চাই ৰ'ল। দ্ৰৌপদীৰ চকুৰ লোতক বাগৰি আহিছিল।

সৰস্বতী নৈখনৰ পানী যুঁৰলিত নামি দ্ৰৌপদীয়ে পূৱ আকাশৰ বেলিটোলৈ চাই আছিল। বেলিৰ পোহৰখিনি নৈৰ পানীত জলমলাই উঠিছিল। দ্ৰৌপদীয়ে হাতেৰে পানী এচলু লৈ সূৰ্য প্ৰণাম কৰিলে। সৰস্বতী নৈৰ জলৰাশিত স্নান কৰি পাৰলৈ উঠি আহোঁতে গাৰ চাদৰখন খহি পৰিল। অকাৰণতে দ্ৰৌপদীৰ লাজ লাগিল। দ্ৰৌপদীৰ মনত পৰিছিল কৌৰৱৰ ৰাজসভাৰ মজিয়াত ভীষ্ম, দ্ৰোণাচাৰ্য, কৃপাচাৰ্য আদি মহাধাৰ্মিক আৰু মহাবীৰ সকলৰ সন্মুখত পাপিষ্ঠ দুঃশাসনে কৰা অপমানৰ কথা। দুৰ্যোধন, কৰ্ণ আৰু শকুনিয়ে পঞ্চ পাণ্ডৱহঁতক উদ্দেশ্য কৰি কোৱা কপট কথাবোৰ ভাবি দ্ৰৌপদীৰ মনৰ জুইকুৰা যেন বতাহত দাউদাউকৈ জ্বলি উঠিছিল।

দ্ৰৌপদীয়ে অনুভৱ কৰিছিল যে পঞ্চ পাণ্ডৱে বনবাসলৈ অহাৰ প্ৰাক্-মুহূৰ্ত্তত ৰাজসভাৰ সকলোৰে সমুখত কৰা ভীষণ প্ৰতিজ্ঞাবোৰ কেতিয়াও অথলে যাব নোৱাৰে। এই প্ৰতিজ্ঞা পূৰণৰ অৰ্থেই ভয়ংকৰ দিনবোৰক কটিয়াই আনিব লাগিব। হয়তো সেই দিনবোৰে নিৰ্বাপিত কৰিব পাৰিব দ্ৰৌপদীৰ অন্তৰৰ জুইকুৰাক।

কঁৰবাৰ পৰা চৰাইৰ শুভ্ৰ পাখি এটা উৰি আহি দৌপদীৰ সমুখত পৰিলহি। ওখ চন্দন গছজোপাৰ তলত বৈ দ্ৰৌপদীয়ে ওপৰলৈ চালে। ঠোঁটত ঠোঁট লগাই আলিংগন কৰি থকা এহাল কপৌ চৰাইক দেখিবলৈ পালে।

কিবা এক বুজাব নোৱাৰা শিহৰণে দ্ৰৌপদীৰ মন আৰু হৃদয়ক কঁপাই তুলিলে। প্ৰকৃতিৰ সকলোৱেই যেন বিচাৰি পাইছে প্ৰেম আৰু শান্তি। এক পবিত্ৰ আৰু নিৰ্মল পৰিবেশত অৰণ্যৰ পশুপক্ষী, গছ-লতা সকলোৱে যেন সত্য প্ৰকাশি নিজ ধৰ্ম পালন কৰি আহিছে।

দ্বৈতবনৰ সুন্দৰ পঁজাটোলৈ উভতি আহি দ্ৰৌপদীয়ে কিছুপৰ চিন্তা কৰিবলৈ ধৰিলে নিজ স্বামী পঞ্চ পাণ্ডৱৰ জীৱনৰ কথা। সঁচাকৈয়ে যদি ধাৰ্মিক শ্ৰেষ্ঠ যুধিষ্ঠিৰ আৰু চাৰি গৰাকী মহা শক্তিমন্ত পাণ্ডৱে সত্য আৰু ধৰ্মৰ প্ৰতি অবিচলিত তেন্তে এই নিদাৰুণ অৱস্থাৰে অৰণ্যৰ মাজত কাল কটাব লগীয়া হ'ল! সত্য আৰু ধৰ্মৰ বিচাৰ কি ! কৌৰৱৰ অন্যায়-অবিচাৰৰ ফলত এনেকৈ কষ্টকৰ জীৱনক গ্ৰহণ কৰাটোকেই ধৰ্ম বোলা যায় নেকি ! অবিচাৰক হেলাৰঙে মূৰ পাতি লোৱাটোৱে বীৰ-ধৰ্মৰ অৰ্থ নেকি !

গভীৰ অন্ধকাৰত হেৰাই যোৱা পোহৰখিনিৰ দৰেই দ্ৰৌপদীৰ নাৰী

জীৱনৰ সহনশীলতাখিনিও যেন শিথিল হৈ পৰিছিল ক্ৰমে ক্ৰমে। এক সুদীৰ্ঘ কালৰ বনবাসৰ দুঃসপ্নই দ্ৰৌপদীৰ সুকোমল আৰু পবিত্ৰ প্ৰেমেৰে পৰিপূৰ্ণ অন্তৰখনক খন্তেকৰ বাবে হ'লেও গভীৰ বিষাদেৰে ব্যথিত কৰি তুলিছিল। নাৰী জীৱনৰ সমস্ত আকাংক্ষা, আবেগ-অনুভূতি, প্ৰেম-প্ৰীতিয়ে যেন দ্ৰৌপদীকো কঠোৰ হ'বলৈ সকীয়াই দিছিল। সকলো সত্যক উপলব্ধি কৰিয়ো দ্ৰৌপদীয়ে পঞ্চ পাণ্ডৱক কবলৈ বিচাৰিছিল যে জীৱনৰ বাবে পুৰুষত্বই পৰম সত্য আৰু বাস্তৱতাই একমাত্ৰ শুদ্ধ পথ।

এজন ধ্যানমগ্ন ঋষিৰ দৰে যুধিষ্ঠিৰে একান্ত চিত্তে ভাবি আছিল। দ্ৰৌপদী কাষ চাপি অহাৰ লগে লগে যুধিষ্ঠিৰৰ দুচকুত উজ্বলি উঠিছিল নিৰ্মল উজ্বলতাখিনি।

"আৰ্য পুত্ৰ, মই বুজিব পৰা নাই এই বনবাসী জীৱনৰ মাজত সত্য আৰু ধৰ্মৰ অৰ্থ কি ? সত্যবাদী ধৰ্মনিষ্ঠ আপোনাৰ দৰে এজন পুৰুষৰ জীৱনত ইমান দুখ-যাতনাই কি ন্যায়ৰ বিচাৰ, সত্যৰ উত্তৰ, ধৰ্মৰ যুক্তি।.. "

দ্ৰৌপদীয়ে সভক্তিৰে যুধিষ্ঠিৰক কথাবোৰ সুধিছিল যদিও অন্তৰৰ গভীৰত থুপ খাই থকা অশান্ত অৱস্থাটোৱে দ্ৰৌপদীৰ কণ্ঠত উচ্চাৰিত শব্দবোৰক কঠিন কৰি তুলিছিল। যুধিষ্ঠিৰে বুজিব পাৰিছিল যে নাৰী জীৱনৰ মাদকতাৰে ভৰা আকাংক্ষাই দ্ৰৌপদীক বিচলিত কৰি এইদৰে ক'বলৈ বাধ্য কৰালে।

আকৌ এবাৰ যুধিষ্ঠিৰে দ্ৰৌপদীক সান্ত্বনা দিবৰ বাবে সত্য আৰু ধৰ্মৰ পথ যে কিমান জটিল হ'ব পাৰে তাকেই বুজাইছিল আৰু কৈছিল যে যিজনে সত্য আৰু ধৰ্মক পৰিহাৰ নকৰি সকলো দুখ যাতনাকো হাঁহি হাঁহি গ্ৰহণ কৰিব পাৰে কেৱইজনৰ বাবে সত্য আৰু ধৰ্মৰ সুফল বিজয় ভক্ত হয়।

এগৰাকী নাৰীৰ অন্তৰৰ বেদনাৰে দ্ৰৌপদীয়ে বিচাৰিছিল সবল জীৱনৰ গতি পথ। যদিওবা এগৰাকী মহা প্ৰজ্ঞাৱতী নাৰী হিচাপে দ্ৰৌপদীয়ে পঞ্চ পাণ্ডৱৰ জীৱনৰ পৰম সত্য পথটোক চিনিব পাৰিছিল, তথাপি নাৰী জীৱনৰ অপমানৰ ক্ষেত্ৰত পাপিষ্ঠ দুৰ্যোধন, দুঃশাসনৰ পাপ কৰ্মৰ প্ৰতিশোধ কামনা কৰিছিল আৰু ভীষ্ম, দ্ৰোণাচাৰ্যৰ দৰে জ্ঞানীশ্ৰেষ্ঠ তথা ধাৰ্মিকশ্ৰেষ্ঠ জনৰ মৌনতাক ঘৃণাৰ চকুৰে চাইছিল।

দ্ৰৌপদীয়ে নিজকে সংযত কৰি বনবাসী জীৱনকে সহজতাৰে

গ্ৰহণ কৰিবৰ বাবে প্ৰায়েই সৰস্বতী নৈখনৰ কাষলৈ গৈছিল। একান্ত মনে সৰস্বতী নৈৰ সোঁৱাধাৰালৈ চাই আছিল। কিমান যুগৰ পৰাই বৈ অহা সৰস্বতী নৈখনে অযুত দিনৰ পোহৰ আৰু অযুত নিশাৰ অন্ধকাৰখিনিক সাবটি ভাগৰি পৰা নাছিল। ৰ'দজাকত জলমলাই থকা নৈৰ সোঁতত দ্ৰৌপদীয়ে নিজৰ প্ৰতিবিম্ব দেখা পাই থমকি ৰৈছিল।

কি অপূৰ্ব সেই মুখখনৰ প্ৰতিবিম্ব।

মনে মনে দ্ৰৌপদীয়ে অনুভৱ কৰিছিল– বৈ অহা নৈখনৰ জলৰাশিয়ে যেন তৃষ্ণাতুৰ অন্তৰখনৰ অনন্ত পিপাসা দূৰ কৰিব পাৰিব।

নৈৰ পানীলৈ নামি গৈ দ্ৰৌপদীয়ে একাঁজলি পানী তুলি লৈছিল পৰম বিশ্বাস আৰু হেঁপাহেৰে।

আঙুলিৰ ফাঁকেদি সৰি পৰিছিল পানীৰ টোপালবোৰ।

☆ ☆ ☆

ইতিমধ্যে বনবাস কালৰ কিছু বছৰ অতিবাহিত হ'ল।

মহৰ্ষি নাৰদৰ উপদেশ মতেই পঞ্চ পাণ্ডৱে তীৰ্থ ভ্ৰমণ কৰিবলৈ ল'লে। তীৰ্থ-ভ্ৰমণৰ কালছোৱাত দ্ৰৌপীদয়ে অশেষ দুখ-কষ্ট পালেও জীৱনত অনেক অভিজ্ঞতা লাভ কৰি ধৈৰ্য আৰু সহনশীলতাক বঢ়াই তুলিবলৈ সক্ষম হৈছিল।

কেতিয়াবা দ্ৰৌপদীৰ মনটো অশান্ত হৈ পৰিছিল। বৰ অকলশৰীয়া অনুভৱ কৰিছিল। মাজে মাজে পিতৃ গৃহলৈ মনত পৰাত দ্ৰৌপদীৰ মন উৰা মাৰিছিল অতীতৰ শৈশৱৰ মধুৰ স্মৃতিৰে ভৰা দিনবোৰলৈ। ইন্দ্ৰপ্ৰস্থ নগৰৰ ৰাজ কাৰেঙত থকা সুখভৰা দিনবোৰে দ্ৰৌপদীক আমনি কৰিছিল।

সিদিনা বহুতো পথ অতিক্ৰমি আহি পঞ্চ পাণ্ডৱৰ সৈতে দ্ৰৌপদীয়ে প্ৰয়াগ তীৰ্থস্থানত প্ৰৱেশ কৰিছিল। তীৰ্থখনৰ পবিত্ৰ পৰিৱেশৰ মাজত আটাই কেইজনে এক নিৰিবিলি স্থানত জিৰণি লৈছিল। দ্ৰৌপদীয়ে ক্লান্তি আৰু অৱসাদখিনি লৈ এঠাইত বহি অকলশৰে ভাবিছিল—এই ক্লান্তিকৰ যাত্ৰাৰ শেষ ক'ত ? এনেকৈয়ে আৰু কিমানদিন দুখৰ ভাৰ বৈ সত্য আৰু ধৰ্মৰ সন্ধানত আগুৱাই গৈ থাকিব লাগিব ? দুচকুৰেদি বাগৰি আহিব

খোজা দুখৰ চকু পানীখিনিক বাধা দি দ্ৰৌপদীয়ে সুদুৰৰ আকাশখন চাব খুজিছিল।

অকলশৰীয়া চৰাই এটাই আকাশেদি উৰি গৈছিল কোনোবা এটা দিশলৈ। হয়তো চৰাইটোৱে ভুল কৰি পথ হেৰুৱাই পেলাইছিল। নিসংগ চৰাইটোৰ কথা ভাবি দ্ৰৌপদীৰ এক অজান আশংকাত মন কঁপি উঠিছিল। দ্ৰৌপদীয়ে নিজকে বৰ সুখী যেন অনুভৱ কৰিছিল। যিহেতু, তেতিয়াও পাঁচোজন বীৰ স্বামীৰ মৰম-চেনেহখিনিৰ পৰা বঞ্চিত হ'বলগীয়া হোৱা নাছিল।

ঋষি সকলে বেদ-মন্ত্ৰ পাঠ কৰিছিল। ভক্ত সকলে পবিত্ৰ অন্তৰেৰে স্মৰণ কৰিছিল ঈশ্বৰ চিন্তা। কণ্ঠে কণ্ঠে উচ্চাৰিত মন্ত্ৰ ধ্বনিৰ লগে লগে সন্ধিয়াৰ নিজম পৰিবেশ নামি আহিছিল। আকাশৰ পৰা যেন এন্ধাৰৰ টুকুৰাবোৰ সৰি পৰিছিল। যুধিষ্ঠিৰে একান্ত চিত্তে দুয়োখন হাত বুকুৰ মাজত লৈ প্ৰাৰ্থনা কৰি আছিল মাটিত বহি। দ্ৰৌপদীয়ে অনুভৱ কৰিছিল যুধিষ্ঠিৰৰ দুচকুৰ পৰা উদ্ভাসিত হোৱা এক উজ্জ্বল জ্যোতিয়ে পোহৰাই তুলিছিল সমস্ত ঠাইখিনি।

দ্ৰৌপদীয়ে অনিমেষ নেত্ৰে চাই ভাবিছিল—

এইজনেই ধাৰ্মিক শ্ৰেষ্ঠ যুধিষ্ঠিৰ যিজনে সত্য ধৰ্ম পালনৰ অৰ্থে সকলো ৰাজ সুখ-সমৃদ্ধিক অকাতৰে বিসৰ্জন দিবলৈ কুণ্ঠাবোধ নকৰিলে, যিজনে জগত বিখ্যাত চাৰিজন মহাবীৰ ভাতৃক লৈ অৰণ্যে অৰণ্যে বিচাৰি ফুৰিছিল জীৱন সত্যৰ সন্ধান। সেইজন ধাৰ্মিক শ্ৰেষ্ঠ যুধিষ্ঠিৰ আৰু মহাবীৰ চাৰি পাণ্ডৱৰ পত্নী হিচাপে দ্ৰৌপদীয়ে বাৰু কিয় এই সামান্য ৰাজসুখ ত্যাগ কৰিব নোৱাৰিব। দ্ৰৌপদীয়ে বিচলিত হৈ পৰা মনটোৰ মাজত বিচাৰি ফুৰিছিল নাৰী জীৱনৰ প্ৰকৃতাৰ্থ।

নিশা গভীৰ হৈ আহিছিল।

দ্ৰৌপদীৰ দুচকুলৈ নামি আহিছিল দুৰণিৰ বিশাল আকাশখনৰ বুকুত ওলমি থকা সীমাহীন এন্ধাৰখিনিৰ দৰে দুঃস্বপ্নৰ ভয়াবহ ছবিখন। এক ভীষণ আৰ্তনাদত যেন পৃথিৱীখন কঁপি উঠিছিল আৰু দ্ৰৌপদীয়ে যেন সেই কঁপি থকা পৃথিৱীখনৰ এঠাইত বৈ কৈছিল— পাপৰ প্ৰায়শ্চিত্তৰ পৰা কাৰো পৰিত্ৰাণ নাই, নাৰী জীৱনৰ ভীষণ অপমানৰ পৰিণাম ভয়ংকৰ, এই বিশাল

ধৰিত্ৰীত নাৰী আৰু প্ৰকৃতিয়েই প্ৰকৃত শক্তিৰ আধাৰ, সকলো ধ্বংস আৰু সকলো সৃষ্টিৰ কাৰণ নাৰী আৰু প্ৰকৃতিৰ মাজতে সুপ্ত হৈ আছে .।

এটা উজাগৰী নিশাৰ বুকুত দ্ৰৌপদীয়ে যেন কাণ পাতি শুনিছিল অনাগত দিনৰ আহ্বান।

পুবাৰ বতাহজাকত চিটিকি পৰা পোহৰখিনি গালে-মুখে সানি আকৌ যাত্ৰা আৰম্ভ হৈছিল। বনবাসী জীৱনৰ সমস্ত অংগীকাৰখিনি বুকুৰ মাজত লৈ দ্ৰৌপদীক চেনেহৰে আকোৱালি পঞ্চ-পাণ্ডৱে যাত্ৰা কৰিছিল প্ৰভাস তীৰ্থলৈ বুলি।

অৰণ্যৰ মাজে মাজে নৈৰ পাৰে পাৰে আগুৱাই গৈছিল পঞ্চ-পাণ্ডৱ আৰু দ্ৰৌপদী। যাত্ৰাপথত বিবিধ জীৱ-জন্তু, পশু-পক্ষীবোৰ লগ পাইছিল। মাজে মাজে হৰিণা পহুৰ জাকবোৰে হাবিৰ আঁৰত বৈ নিথৰ হৈ চাইছিল আৰু গছৰ ডালত বিবিধ চৰাইৰ গুৱলা মাতে দুখ-ভাগৰখিনি আঁতৰাই পেলাইছিল। কিছুদূৰ যোৱাৰ পিছত ভাগৰ জুৰাবৰ বাবে গছৰ তলত পঞ্চ-পাণ্ডৱহঁত জিৰণি লৈছিল। জান-জুৰিৰ বৈ অহা পানীখিনিৰে পিয়াহ পলুৱাইছিল।

দুপৰৰ ৰ'দজাক প্ৰখৰ হৈ পৰিছিল।

দ্ৰৌপদীৰ সুকোমল পদ যুগলৰ চিহ্ন মাটিত বৈ গৈছিল। নকুল আৰু সহদেৱে সেই চিহ্ন অনুসৰণ কৰি চিন্তামগ্ন হৈ আগুৱাই আহি আছিল। অটব্য অৰণ্যখন পাৰ হওঁতে গোটেই দিনটোৱেই লাগিছিল।

আবেলিৰ বেলিৰ পোহৰ হেঙ্গলীয়া হৈ পৰিছিল। অৰণ্যখন পাৰ হৈ পঞ্চ পাণ্ডৱ এখন সেউজ শস্য পথাৰৰ মাজত প্ৰবেশ কৰিছিল। এজাক বতাহে পঞ্চ পাণ্ডৱৰ ক্লান্ত শৰীৰ স্পৰ্শ কৰি গৈছিল। বতাহত হালি-জালি থকা শস্য পথাৰখনত কিছুপৰ থমকি বৈ চাইছিল চৌদিশে।

সৌখন অদূৰত প্ৰভাস তীৰ্থ। তীৰ্থস্থানৰ ঋষি-মুনি সকলৰ বেদ পাঠৰ গুণগুণ ধ্বনি বতাহজাকত ভাঁহি আহিছিল। কিবা এক অহেতুক আনন্দত দ্ৰৌপদীৰ মন ভৰি পৰিছিল। এই প্ৰভাস তীৰ্থতে জিৰণি লোৱাৰ কথা দ্ৰৌপদীয়ে মনে মনে ভাবিছিল।

সন্ধিয়াৰ আগে আগে পঞ্চ পাণ্ডৱহঁতে প্ৰভাস তীৰ্থস্থানত প্ৰবেশ কৰিছিল। ঋষি-মুনিসকলে পঞ্চ পাণ্ডৱৰ আগমনৰ বতৰা পাই আদৰি

নিবলৈ আওবাই আহিছিল। তেওঁলোকে বেদ মন্ত্ৰ পাঠ কৰি পঞ্চ পাণ্ডৱক আশীৰ্বাদ কৰিছিল।

যুধিষ্ঠিৰকে আদি কৰি পঞ্চ-পাণ্ডৱ আৰু দ্ৰৌপদীয়ে ঋষি-মুনি সকলক প্ৰণাম জনাইছিল। অসংখ্য লোকে চকু পানী টুকি পঞ্চ-পাণ্ডৱৰ দুখ যাতনাৰ প্ৰতি সমবেদনা জ্ঞাপন কৰি সত্য আৰু ধৰ্মৰ কথাবোৰ আলোচনা কৰিছিল। অনেকেই ধৃতৰাষ্ট্ৰৰ দুৰাচাৰ পুত্ৰ সকলক তিৰস্কাৰ কৰাৰ লগতে কৌৰৱসকলৰ নিশ্চিত ধ্বংসৰ আগজাননীৰ কথা প্ৰকাশ কৰিছিল।

প্ৰভাস তীৰ্থৰ নাৰীসকলে দ্ৰৌপদীৰ গুণ বখানি আথে-বেথে আদৰি নিছিল। দ্ৰৌপদীৰ দৰে এগৰাকী মহাসতীৰ এনে দুৰ্দশাত নাৰীসকলে চকুপানী টুকিছিল। দ্ৰৌপদীয়ে শোকাতুৰ নাৰী সকলক সান্ত্বনা দিছিল নিজৰ স্বামী সকলৰ সত্য-ধৰ্ম আৰু অংগীকাৰবদ্ধ জীৱনৰ কথা প্ৰকাশ কৰি।

এক নিৰিবিলি স্থানত পঞ্চ-পাণ্ডৱসকল কিছুদিন প্ৰভাস তীৰ্থত থকাৰ বাবে ব্যৱস্থা কৰা হৈছিল।

নিশাটোৰ নিৰৱতা বাঢ়ি অহাৰ লগে লগে দ্ৰৌপদীৰ চকুলৈকো নামি আহিছিল নিদ্ৰাদেৱী।

প্ৰভাস তীৰ্থত থকা কেইদিন দ্ৰৌপদীয়ে ইমান দুখ-কষ্টৰ মাজতো মনৰ মাজত নতুনকৈ সাহস গোটাবলৈ সক্ষম হৈছিল। অনাগত দিনৰ আশাৰিনি বুকুৰ মাজত সজীৱ হৈ পৰিছিল।

এই তীৰ্থস্থানতে পঞ্চপাণ্ডৱৰ আত্মীয় যদু বংশৰ বলোৰাম, কৃষ্ণ,সাত্যকিকে ধৰি অনেক পুৰুষ-মহিলা আহি পঞ্চপাণ্ডৱ আৰু দ্ৰৌপদীক দেখা কৰিলেহি। তেওঁলোকে দ্ৰৌপদীৰ এনে দুৰ্দশা দেখি মনোকষ্ট পোৱাৰ লগতে দুৰ্যোধনৰ অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে প্ৰতিশোধ লোৱাৰ ক্ষেত্ৰত পৰামৰ্শ আগবঢ়ালে।

দ্ৰৌপদীয়ে শ্ৰীকৃষ্ণৰ ওচৰত বনবাসী জীৱনৰ দুখ-দুৰ্দশাৰ কথাবোৰ বিৱৰি কৈছিল আৰু এইক্ষেত্ৰত দুখ-যন্ত্ৰণা ওৰ পেলোৱাৰ বাবে তেওঁৰ সহায় একান্তভাৱে কামনা কৰিছিল।

শ্ৰীকৃষ্ণই দ্ৰৌপদীৰ কথাবোৰ শুনি অভয় দান কৰাৰ লগতে পঞ্চ

পাণ্ডৱৰ বনবাসী কাল শেষহোৱাৰ পিছতে এখন মহাযুদ্ধ সংঘটিত হোৱাৰ কথা কৈছিল আৰু এই যুদ্ধতেই ভীম-অৰ্জুনে বিশাল শক্তিপ্ৰকাশ কৰি কৌৰৱৰ শতপুত্ৰ নিধন কৰি প্ৰতিজ্ঞা পূৰণ কৰিব বুলি কৈ পৃথিৱীত এগৰাকী আদৰ্শ নাৰী হিচাপে দ্ৰৌপদী চিৰকালৰ বাবে স্মৰণীয় হৈ ৰ'ব বুলি শ্ৰীকৃষ্ণই প্ৰকাশ কৰিছিল।

দ্ৰৌপদীয়ে প্ৰভাস তীৰ্থত থকা কালছোৱাত যদু বংশৰ নাৰীসকলৰ সান্নিধ্য লাভ কৰি মনৰ দুখ বহখিনি পাতল হোৱা যেন অনুভৱ কৰিছিল। মনৰ ভাব সলনি কৰি দ্ৰৌপদীয়ে বনবাসী জীৱনৰ মাজতো সত্য ধৰ্মক আকোৱালি ল'বৰ বাবে দৃঢ় প্ৰতিজ্ঞ হৈ পৰিছিল আৰু মনে মনে চিন্তা কৰিছিল বনবাসী কাল শেষ হোৱাৰ পিছতে সকলো অন্যায় আৰু অধৰ্মৰ অৱসান ঘটিব।

ওৰে নিশা শ্ৰীকৃষ্ণৰ কথাবোৰ জুকিয়াই দ্ৰৌপদীয়ে নিশ্চিত হ'ব পাৰিছিল যে ধাৰ্মিক শ্ৰেষ্ঠ যুধিষ্ঠিৰৰ সিদ্ধান্ত শুদ্ধ আছিল। এহাতে বীৰ-ধৰ্ম আৰু আনহাতে সত্য-ধৰ্মৰ বাবেই পঞ্চপাণ্ডৱে এইদৰে হাবি-বননিয়ে অনাই-বনাই ভ্ৰমি ফুৰিব লগা হৈছিল।

তীৰ্থ স্থানসমূহত ভ্ৰমি ফুৰোঁতে যিসকল ঋষিশ্ৰেষ্ঠই ধৰ্ম, সত্য আৰু ন্যায়ৰ কথা প্ৰকাশ কৰিছিল সেইবোৰ শুনি দ্ৰৌপদীয়ে উপলব্ধি কৰিব পাৰিছিল যে জীৱন বৰ বিশাল আৰু সেই বিশালতাৰ মাজতেই জীৱনৰ পৰম সত্যৰ প্ৰকাশ ঘটে। ক্ৰমে ক্ৰমে দ্ৰৌপদীৰ মনত ৰাজ সুখৰখিনিৰ পৰিবৰ্তে জীৱনৰ পৰম সত্য আবিষ্কাৰৰ দুৰন্ত হেপাহখিনি গাঢ হৈ পাৰিছিল।

পুনৰ দুখ-কষ্টৰ বাটেদি আহি পঞ্চ পাণ্ডৱৰ সৈতে দ্ৰৌপদী বদৰিকাশ্ৰমত উপস্থিত হৈছিল। এই বদৰিকাশ্ৰমতে পাণ্ডৱসকলে পূৰ্বপুৰুষসকলক স্মৰণ কৰি পিণ্ড দান কৰিলে।

বদৰিকাশ্ৰমত থকা সময়ছোৱাত দ্ৰৌপদীৰ মনটো উদাস হৈ পৰিছিল। অৰ্জুনক বহুত দিন দেখা নোপোৱাৰ বেদনাত দ্ৰৌপদীৰ মনক আকুল হেপাহে চঞ্চল কৰি তুলিছিল। দ্বৈতবনত থকা সময়ছোৱাত মহৰ্ষি ব্যাসদেৱৰ উপদেশ অনুসৰিয়েই অৰ্জুনে ঘোৰ তপস্যাৰে দেৱৰাজ ইন্দ্ৰকে প্ৰমুখ্যে কৰি দেৱতাসকলৰ পৰা দিব্য-অস্ত্ৰলাভৰ বাবে যুধিষ্ঠিৰ, ভীম, নকুল, সহদেৱ আৰু দ্ৰৌপদীৰ কাষৰ পৰা আঁতৰি গৈছিল।

অৰ্জুন উভতি অহাৰ সময় হৈছিল যদিও তেতিয়াও উভতি অহা নাছিল। সেই বাবেই দ্ৰৌপদীৰ অন্তৰত বিষাদে অৱধি ধৰিছিল।

পঞ্চপাণ্ডৱকে স্বামী হিচাপে সদায়েই সভক্তি জনাই আহিছিল যদিও দ্ৰৌপদীৰ অন্তৰৰ কোনোবাখিনিত সামান্যতম ভাবে হ'লেও তৃতীয় পাণ্ডৱ অৰ্জুনৰ প্ৰতি প্ৰেমৰ আকৰ্ষণ বেচি আছিল।

যৌৱনৰ প্ৰথম স্বপ্নতে দ্ৰৌপদীয়ে অৰ্জুনক পতি হিচাপে লাভ কৰাৰ বাবে দুৰন্ত কামনা কৰিছিল। অকল সেয়ে নহয়, পিতৃ-গৃহত থাকোঁতে পিতাকৰ মুখত যেতিয়া তৃতীয় পাণ্ডৱ অৰ্জুনৰ অসীম বীৰত্বৰ যশ-কীৰ্ত্তিৰ কাহিনী শুনিছিল তেতিয়া দ্ৰৌপদীয়ে মনে-প্ৰাণে অৰ্জুনক বিচাৰিছিল। যিদিনা ব্ৰাহ্মণবেশী অৰ্জুনে লক্ষ্য ভেদ কৰি স্বয়ম্বৰৰ পৰা দ্ৰৌপদীক লৈ গৈ আশ্ৰমত প্ৰবেশ কৰিছিল আৰু গম পাইছিল যে সেই ব্ৰাহ্মণবেশী যুৱকজনেই অৰ্জুন বাদে আন কোনো নহয়, তেতিয়া দ্ৰৌপদীৰ অন্তৰৰ সকলো স্বপ্ন ফুলি উঠা ফুলৰ সুগন্ধিৰ দৰে বিয়পি পৰিছিল।

বদৰিকাশ্ৰমৰ এক নিৰ্জ্জন স্থানত বৈ দ্ৰৌপদীয়ে একান্ত মনে আকাশখনৰ ফালে চাই আছিল। দ্ৰৌপদীৰ দুচকুৰ আগত ভাঁহি উঠিছিল অৰ্জুনৰ যৌৱনসুলভ পুৰুষত্বৰ মোহনীয়া ৰূপটো। অৰ্জুনৰ সুঠাম দেহৰ অঙ্গে অঙ্গে প্ৰকাশিত হৈছিল অসীম শক্তিৰ পোহৰ, দুচকুত প্ৰজ্বলিত হৈ আছিল প্ৰেমৰ অপূৰ্ব উজ্জ্বলতাখিনি আৰু বহল বুকাখনত সিঁচৰিত হৈ পৰিছিল সমস্ত নাৰীৰ যৌৱনৰ স্বীকৃতিৰ মহৎ উদাৰতাখিনি।

দিনৰ পিছত ৰাতিৰ সময়বোৰ এনেকৈয়ে পাৰ হৈ গৈছিল। হঠাতে প্ৰেম আৰু যৌৱনৰ স্মৃতি আৰু অনুৰাগে দ্ৰৌপদীক বৰকৈ আমনি কৰিছিল।

সেইবাবে দিনটোৰ কিছুসময় দ্ৰৌপদীয়ে অৰণ্যখনৰ জান-জুৰিৰ ওচৰলৈ গৈ প্ৰকৃতিৰ সৌন্দৰ্যখিনি উপভোগ কৰিছিল। বনৰ জীৱ-জন্তু,পশু-পক্ষীবোৰৰ লগত থাকি সময় কটাই ভাল পাইছিল। গছৰ ডালত পৰি বিবিধ চৰাইৰ গুৱলা মাতত দ্ৰৌপদী তন্ময় হৈ বৈছিল। সচকিত হৈ পৰা পহুবোৰৰ দৌৰা-দৌৰিত দ্ৰৌপদীৰ মন আনন্দত পুলকিত হৈ পৰিছিল।

হঠাৎ আকাশৰ বুকুত হো-হোৱনি শুনি দ্ৰৌপদীয়ে আশ্ৰমলৈ উভতি আহিছিল। আশ্ৰমৰ সন্মুখত বৈ চাই আছিল আকাশৰ ফালে। লাহে লাহে ৰতাহত হো-হোৱনিৰ শব্দ ঘনীভূত হৈ পৰিছিল।

সোণালী ৰথখন আশ্ৰমৰ ফালে আগুৱাই আহি থমকি ৰৈছিল। ইন্দ্ৰৰ ৰথৰ সাৰথি মাতালিয়ে চলাই অনা ৰথখনৰ পৰা অৰ্জুন নামি আহিছিল। যুধিষ্ঠিৰ আৰু ভীমক প্ৰণাম কৰিছিল আৰু নকুল, সহদেৱ আৰু দ্ৰৌপদীক মৰমেৰে আকোৱালি লৈছিল।

অৰ্জুনক দেখা পাই দ্ৰৌপদীৰ হিয়াখন আনন্দেৰে উপচি পৰিছিল। আথেবেথে অৰ্জুনক আদৰ-অভ্যৰ্থনা কৰিছিল। অৰ্জুনেও দ্ৰৌপদীৰ হাতত বিচিত্ৰ উপহাৰৰ টোপোলাটো তুলি দিছিল।

যুধিষ্ঠিৰ, ভীম, নকুল আৰু সহদেৱৰ সৈতে অৰ্জুনে দিব্য-অস্ত্ৰসমূহ লাভ কৰাৰ অভিজ্ঞতাখিনি বৰ্ণনা কৰি সন্তুষ্টি লভিছিল। প্ৰভাস তীৰ্থত বলোৰাম, শ্ৰীকৃষ্ণ আৰু যদু বংশৰ আত্মীয় সকলক লগ পোৱাৰ বতৰা জানিব পাৰি অৰ্জুনে সকাহ পাইছিল।

নিশাটোৰ বেছি ভাগ সময় অৰ্জুনৰ সৈতে দ্ৰৌপদীয়ে কথা পাতি পাৰ কৰি দিছিল। দ্ৰৌপদীৰ দুখ-যাতনাৰ কথা উপলব্ধি কৰি অৰ্জুনে চেনেহ মিহলি কথাৰে সান্ত্বনা দিবলৈ চেষ্টা কৰিছিল।

অৰ্জুনৰ কাষত দ্ৰৌপদীৰ পদুম পাহি লেখিয়া চকু যুৰি মুদ খাই পৰিছিল। অৰ্জুনৰ কোলাত মূৰ থৈ নিৰ্ভয়ে টোপনি গৈছিল দ্ৰৌপদী।

তেতিয়া নিশাৰ নিৰ্জনতা ভাঙি ভাঁহি অহিছিল সিহঁতৰ গৰ্জন আৰু পাহাৰীয়া নৈখনৰ কলকল ধ্বনি। এজাক অৰণ্যৰ বতাহে কঁপাই তুলিছিল সক পঁজাটো।



এজাক পহু পলকতে পাৰ হৈ গ'ল। দ্ৰৌপদী উচপ খাই উঠিল। দৌৰি যোৱা পহুজাকৰ ফালে দৌপদীয়ে একেথিৰে চাই থাকিল কিছুপৰ। গছজোপাৰ ছাঁত বৈ পহু জাকৰ কথাকেই ভাবিবলৈ ধৰিলে। কাকো অপকাৰ নকৰা পহুবোৰে কিয় বাৰু শান্তিৰে থাকিবলৈ নাপায়। সিহঁতে কাকো অন্যায় কৰা নাই। তথাপি, সিহঁতকৈ বলবান জন্তুবোৰে কিয় খেদি ফুৰে। এয়া তেনেহ'লে প্ৰকৃতিৰ কি ধৰ্ম। প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্যৰ মাজতো এই পহুবোৰ অকলশৰীয়া নেকি!

কথাবোৰ ভাবি থাকোঁতে দ্ৰৌপদীৰ চকুযুৰি সেমেকি গ'ল। পশু

পাণ্ডৱৰ বনবাস কালৰ দুখৰ দিনবোৰৰ স্মৃতিয়ে দ্ৰৌপদীৰ কোমল অন্তৰখন কঁপাই গ'ল।

কৌৰৱসকলৰ অন্যায়, অধৰ্মৰ কথাবোৰ দ্ৰৌপদীয়ে সুঁৱৰি চাইছিল। প্ৰচণ্ড ক্ষোভত দ্ৰৌপদীৰ মন অস্থিৰ হৈ পৰিল। পঞ্চপাণ্ডৱে কোনো প্ৰতিবাদ নকৰাকৈয়ে সত্য ধৰ্মত বিশ্বাস কৰিয়েই ইমান দুখ-যাতনা সহি আছে।

এয়াই ভগবানৰ ন্যায় বিচাৰনেকি। ধৃতৰাষ্ট্ৰৰ সেই অবিবেচক তথা অত্যাচাৰী পুত্ৰ সকলে এতিয়া কিয় বাৰু উপযুক্ত শাস্তি পোৱা নাই! সঁচাকৈয়ে যদি পৃথিৱীত ধৰ্ম আছে তেন্তে তেওঁলোকে পাপৰ প্ৰায়শ্চিত্ত পাবই লাগিব।

দ্ৰৌপদীৰ চকুৰ আগত ভাঁহি উঠিল কৌৰৱৰ ৰাজসভাৰ ভীষ্ম,দ্ৰোণাচাৰ্য,কৃপাচাৰ্য আদি কুৰুকুলৰ জ্ঞানীশ্ৰেষ্ঠ,ধাৰ্মিক মহাৰথী সকলৰ নীৰৱ ভূমিকাৰ দৃশ্যবোৰ। তেওঁলোকে বাৰু কি ভাবিছে। পঞ্চ পাণ্ডৱৰ ভীষণ প্ৰতিজ্ঞা আৰু শক্তিৰ আগত কোনে বাৰু সেই অন্ধ সম্ৰাট ধৃতৰাষ্ট্ৰৰ দুৰাচাৰ পুত্ৰ সকলক ৰক্ষা কৰিব পাৰিব। সূতপুত্ৰ কৰ্ণ। কৰ্ণৰ কথা ভাবি দ্ৰৌপদীয়ে মমে মনে অনুভৱ কৰিছিল যে সঁচাকৈয়ে কৰ্ণ মহাবীৰ। কৰ্ণই যদি অন্তৰৰ সকলো কপটতা পৰিহাৰ কৰি কৌৰৱ পক্ষৰ পৰা আঁতৰি আহে তেতিয়া নিশ্চয় কৰ্ণ ক্ষমাৰ যোগ্য হ'ব পাৰিব।

বনবাস কালৰ অন্তত সেই সমাগত দিনটোৰ কথা ভাবি দ্ৰৌপদী তন্ময় হৈ পৰিছিল। ন্যায়-অন্যায়, ধৰ্ম-অধৰ্মৰ বিচাৰৰ দিনটোৰ বাবেই যেন সকলোৱে প্ৰতীক্ষা কৰিছিল। দ্ৰৌপদীয়ে সেই দিনটোৰ আগমনৰ কাৰণেই যেন বনে বনে ইমান দুখ-যাতনাক সাবটি দৃঢ়মনা হ'ব পাৰিছিল।

অৰণ্যৰ বতাহ এজাকত গছৰ ডালে-পাতে সিঁচৰিত হৈ পৰিছিল গুণ গুণ প্ৰতিধ্বনি। দ্ৰৌপদীয়ে কেউফালে চাইছিল। বতাহে দ্ৰৌপদীৰ কলা চুলিটাৰি আউল-বাউল কৰি পেলাইছিল।

ছৰিণা পোৱালি এটাই দ্ৰৌপদীৰ কাষ চাপি আহিছিল। হয়তো পছু পোৱালিটোৱে এক নিৰাপদ আশ্ৰয় বিচাৰিছিল। দ্ৰৌপদীয়ে দুয়োখন হাতেৰে পছু পোৱালিটোক সাৱটি লৈছিল।

অৰণ্যৰ মাজত সাজি লোৱা পঁজাটোলৈ উভতি আহি দ্ৰৌপদীয়ে দিনৰ সাজৰ বাবে যোগাৰ কৰিছিল।

কিছু বেলিৰ পিছত পঞ্চপাণ্ডৱ আৰু অন্যান্য সকলক অন্ন দান কৰি দ্ৰৌপদীয়ে নিজেও এমুঠি আহাৰ গ্ৰহণ কৰি প্ৰখৰ ৰ'দ জাকে আবৰি ৰখা দিনটোৰ সময়খিনি কটোৱাৰ বাবে ক্ষন্তেক জিৰণি লৈছিল পঁজাটোৰ ভিতৰত।

দূৰণিৰ পৰা তাঁহি অহা এজাক মানুহৰ গুণগুণণি শনি পঞ্চপাণ্ডৱৰ সৈতে দ্ৰৌপদীয়েও ডিঙি মেলি চাই আছিল। এক অজান বিপদৰ আশংকা কৰি ভীম, অৰ্জুন, নকুল আৰু সহদেৱে অস্ত্ৰ-শস্ত্ৰ লৈ সাজু হৈছিল। দ্ৰৌপদীয়ে যুধিষ্ঠিৰৰ কাষত নিথৰ হৈ বৈ আছিল।

খন্তেক পিছতে তেওঁলোকে নিজৰ ভুলটো ধৰিব পাৰিছিল। আদৰ-অভ্যৰ্থনাৰ বাবেহে পঞ্চপাণ্ডৱ আৰু দ্ৰৌপদী সন্ত্ৰস্ত হৈ পৰিছিল। মহাঋষি দুৰ্বাসাই লগত দহ হেজাৰ শিষ্যক লৈ উপস্থিত হৈছিল।

দুৰ্বাসাই পঞ্চপাণ্ডৱৰ কুশল বতৰা লৈ দুপৰীয়াৰ অন্নমুঠি গ্ৰহণ কৰাৰ জনালে। পঞ্চপাণ্ডৱে দুৰ্বাসাক সেৱা সৎকাৰ কৰি পূজা সেৱা কৰিবৰ অনুৰোধ জনালে। দুৰ্বাসাই শিষ্যবৰ্গৰ সৈতে স্নান কৰিবলৈ নদীলৈ গ'ল।

দ্ৰৌপদী অস্থিৰ হৈ পৰিল। ইমানখিনি শিষ্য আৰু দুৰ্বাসাৰ আহাৰ যোগান ধৰিব কিদৰে। যিহেতু, দ্ৰৌপদীয়ে আহাৰ গ্ৰহণ নকৰালৈকে তামৰ চৰুটোৰ পৰা যিমান লাগে সিমানেই অন্ন ওলাই থাকে।

দ্ৰৌপদীয়ে একান্তমনে শ্ৰীকৃষ্ণক স্মৰণ কৰিবলৈ ধৰিলে। দ্ৰৌপদীয়ে বাৰে বাৰে অনুভৱ কৰিছিল যে পাণ্ডৱৰ পৰম বান্ধৱ শ্ৰীকৃষ্ণ ওচৰত থকা হ'লে কোনো বিপদৰ আশংকা নাছিল।

হঠাৎ শ্ৰীকৃষ্ণ আহি দ্ৰৌপদীৰ সমুখত উপস্থিত হ'ল। দ্ৰৌপদীয়ে শ্ৰীকৃষ্ণক দেখা পাই আচৰিত হ'ল। আনহাতে শ্ৰীকৃষ্ণই একোকে নজনা আৰু নুবুজাৰ দৰে যেতিয়া কিবা এমুঠি খাবলৈ বিচাৰিলে তেতিয়া দ্ৰৌপদী বিবুদ্ধিত পৰিল। ইতিমধ্যে দ্ৰৌপদীয়ে অসময়ত দুৰ্বাসাই শিষ্যবৰ্গৰ সৈতে আশ্ৰমত উপস্থিত হোৱা আৰু খোৱা-বোৱাৰ যোগাৰ কৰিবলৈ নিৰ্দেশ দিয়াৰ কথা শ্ৰীকৃষ্ণক জনালে।

উপায়ন্তৰ হৈ দ্ৰৌপদীয়ে ভিতৰৰ পৰা খালী তামৰ চৰুটো উলিয়াই আনি শ্ৰীকৃষ্ণৰ সমুখত থৈ দি ধৰিলে। খন্তেকৰ বাবে শ্ৰীকৃষ্ণই তামৰ চৰুটোলৈ চালে আৰু চৰুটোৰ ভিতৰত লাগি থকা এটা ভাত আৰু সামান্য শাক দেখি তাকে আঙুলিৰে উলিয়াই আনি মুখত দিলে।

সেইকণ খায়েই শ্ৰীকৃষ্ণই তৃপ্তিৰ হাঁহি এটা মাৰি কেউফালে চালে।

দ্ৰৌপদীয়ে কৌতুহলেৰে শ্ৰীকৃষ্ণৰ ফালে চাই থাকিল কিছুপৰ। তেতিয়াও দ্ৰৌপদীৰ মনৰ পৰা সংশয় আঁতৰ হোৱা নাছিল। দুৰ্বাসা আৰু শিষ্য বৰ্গনেৰ পৰা উভতি অহাৰ পিছত কেনেকৈ অভ্যৰ্থনা কৰিব।

দুৰ্বাসা আৰু শিষ্যবৰ্গই নৈত স্নান কৰি পঞ্চ পাণ্ডৱক একো নজনোৱাকৈ উভতি গ'লগৈ। পঞ্চপাণ্ডৱে বুজিব পাৰিছিল যে শ্ৰীকৃষ্ণৰেই এয়া মহিমা।

শ্ৰীকৃষ্ণই পঞ্চপাণ্ডৱ আৰু দ্ৰৌপদীৰ স'তে কথা-বতৰা পাতি সকলো খা-খবৰ ল'লে। দিহা পৰামৰ্শ দিয়াৰ উপৰিও সত্য আৰু ধৰ্মৰ বাণী শুনাই মনোবল অটুট ৰাখিবৰ বাবে সকীয়াই দিলে।

বিদায় লৈ শ্ৰীকৃষ্ণ যাবলৈ ওলাল।

পঞ্চপাণ্ডৱ আৰু দ্ৰৌপদীয়ে শ্ৰীকৃষ্ণক আগবঢাই দিলে।

বহুত পৰ শ্ৰীকৃষ্ণ উভতি যোৱাৰ বাটৰ পিনে দ্ৰৌপদীয়ে ৰ'লাগি চাই থাকিল। মনে মনে ভাবিছিল—এই যে কৃষ্ণ যাৰ মহিমা অপাৰ। এইজনাই পাণ্ডৱ সখা কৃষ্ণ যাৰ কৌশলতে পঞ্চপাণ্ডৱে সকলো বিপদ অতিক্ৰম কৰিব পাৰিছিল। এই কৃষ্ণই পঞ্চপাণ্ডৱৰ বিপদৰ বেলিকা পৰম বন্ধু হৈ সহায় কৰিছিল। দ্ৰৌপদীয়ে চিন্তা কৰিছিল—এই গৰাকী কৃষ্ণই ভীষ্ম, দ্ৰোণাচাৰ্য আদি মহাবীৰ সকলৰ সহায় আৰু আৰু সামৰ্থৰে শক্তিশালী কৌৰৱসকলক সময়ত উপযুক্ত শাস্তি দিবলৈ সক্ষম হ'ব পাৰিবনে !. .

তেতিয়া বেলি লহিয়াবলৈ ধৰিছিল।

অৰণ্যখনৰ সৰু-বৰ বিৰিখৰ ফাকেদি পশ্চিমৰ বেলিটোৰ পোহৰখিনি ঝাগৰি আহি খেলিমেলি হৈ পৰিছিল।

আকৌ নিশাৰ অন্ধকাৰৰ আৰ্তনাদত অৰণ্যৰ নিৰ্জনতাখিনি ফাটি ছিৰাছিৰ হোৱাৰ আশংকাত দ্ৰৌপদীৰ মনটো বিহ্বল হৈ পৰিছিল।

উমান নোপোৱাকৈ এজাক বতাহে মুঠি মুঠি অন্ধকাৰ সিঁচি থৈ গৈছিল আশ্ৰমৰ চোতালখনত। অন্ধকাৰৰ মাজত দ্ৰৌপদী থিয় হৈ আছিল খন্তেক সময়।

অন্ধকাৰখিনিয়ে অৰণ্যখনক গিলি পেলোৱাৰ দৰে দ্ৰৌপদীৰ মনটোকো বিষাদখিনিয়ে ঢাকি ধৰিছিল। মনৰ মাজত এতদিনে তোলপাৰ

কৰি থকা বিষাদখিনিৰ সৈতে দ্ৰৌপদীয়ে বনবাসৰ কালছোৱাত প্ৰতিটো নিশাতে যুঁজ কৰি আহিছিল। মাজে মাজে দ্ৰৌপদীৰ নাৰী মনৰ ভিতৰত জীৱন আৰু যৌৱনৰ আশা আকাংক্ষাখিনিয়ে উচুপি উঠিছিল।

অৰণ্যখনৰ ভয়লগা নিশাটোৰ দৰেই জীৱনটোৰ দৰেই জীৱনটো দ্ৰৌপদীৰ কাষত এক ভয়াবহ হৈ পৰিছিল। সীমাহীন যন্ত্ৰণাই জীৱনৰ বিশালতাক আবৰি ধৰিছিল। প্ৰচণ্ড ক্ষোভ, তীব্ৰ ঘৃণা আৰু প্ৰতিশোধৰ গভীৰ প্ৰৱণতাই দ্ৰৌপদীক যেন বাৰে বাৰে সোঁৱৰাই দিছিল— ধৈৰ্যশীলা হোৱা, তুমি নাৰী আৰু তোমাৰ মনৰ গোপনত জ্বলি থকা পোহৰত বাঢ়ি আহিছে এক ভীষণ প্ৰতিজ্ঞা পূৰণৰ সৃষ্টিৰ যন্ত্ৰণাখিনি।

আশ্ৰমৰ সৰু পঁজাটোৰ ভিতৰলৈ প্ৰবেশ কৰি দ্ৰৌপদীয়ে দেখিছিল যে পঞ্চ পাণ্ডৱে একেলগে বহি কিবা আলোচনা কৰাত ব্যস্ত আছিল। পঞ্চ স্বামীৰ নয়নৰ পৰা নিৰ্গত হোৱা দৃষ্টিত যেন উজ্জ্বলি উঠিছিল অসীম বীৰত্বৰ আভা। মাজয়াখনক পোহৰাই তুলিছিল।

দ্ৰৌপদীৰ সেমেকি নিথৰ হৈ পৰা মনৰ ভিতৰখন কিবা এক দুৰ্লভ আনন্দত উৎফুল্লিত হৈ পৰিছিল। আজি নিশাটোৰ শেহত যেন এটা নতুন প্ৰভাত হ'ব। নিশাৰ অন্ধকাৰখিনি মচি পেলাব এজাক পোহৰে।



ৰ'দজাকে গুণগুণাই আছিল আশ্ৰমৰ সন্মুখৰ চোতালখনত। দুৱৰি ডৰাত বহি দ্ৰৌপদীয়ে আপোন মনে মনৰ মাজত এৰি অহা দিনৰ কথাবোৰ জুকিয়াই আছিল। দিনৰ পোহৰখিনি পৰি দ্ৰৌপদীৰ শৰীৰৰ অপৰূপ ৰূপ যেন উজ্জ্বলি উঠিছিল।

পঞ্চ পাণ্ডৱৰ স'তে থকা ধৌম্য পুৰোহিতে চোতালত বহি ধ্যানমগ্ন হৈ পৰিছিল।

এক অজান আশংকাই দ্ৰৌপদীৰ মনটোক আগুৰি ধৰিছিল। মুকলি আকাশৰ ফালে চাই দ্ৰৌপদীয়ে কিবা কিবি ভাবি আছিল। হঠাৎ এটা প্ৰকাণ্ড শেন চৰাইয়ে কপৌ চৰাই এজনীক খেদি নিয়া দেখিবলৈ পাই দ্ৰৌপদী চমকি উঠিছিল। প্ৰকৃতিৰ এই নিষ্ঠুৰ নিয়মৰ প্ৰতি দ্ৰৌপদীৰ মন ঘৃণাৰে ভৰি পৰিছিল।

.. আৰু কিমান দিন এনেকৈ থাকিব লাগিব। অৰণ্যৰ নিসংগ জীৱন এগৰাকী নাৰীৰ বাবে কিমান যন্ত্ৰণাদায়ক। আৰু কিমান দিন আছে বনবাস শেষ হ'বলৈ ! ধৰ্ম ৰক্ষা কৰিবলৈ গৈ যুধিষ্ঠিৰে উচিত কাম কৰিছেনে ! কৌৰৱ পুত্ৰ সকলৰ অন্যায়-অবিচাৰ চাই থকাৰ বাস্তৱক্ষেত্ৰত যুক্তি-যুক্ততা আছেনে। সঁচাকৈয়ে যদি পঞ্চ পাণ্ডৱ মহাবীৰ হয় তেন্তে কৌৰৱৰ ৰাজসভাত দ্ৰৌপদীক দুৰ্যোধন-দুঃশাসনহঁতে লাঞ্ছনা কৰোঁতে কিয় চাই থাকিল। সময়মতে উপযুক্ত শাস্তি নিদি ধৰ্মৰ নামত এনেকৈ বনবাস খটাৰ অৰ্থ কত ! সকলো দুখ-যাতনা সহি বনে বনে ঘূৰি-ফুৰিলেই বীৰত্ব প্ৰকাশ পাব! ...

কথাবোৰ ভাবি দ্ৰৌপদীয়ে ধৰ্ম আৰু সত্যৰ মাজত জীৱনৰ প্ৰকৃত ৰূপটোক ধুঁৱলি-কুঁৱলি হৈ থকা দেখিবলৈ পালে। দ্ৰৌপদীয়ে উপলব্ধি কৰিছিল যে নিৰ্ব্বিকাৰ চিত্তে সকলো সহি অহাটোত ধৰ্মৰ অৰ্থ নাই, সত্যৰ প্ৰকাশ নাই।

দ্ৰৌপদীৰ দুচকুৰেদি বাগৰি আহিছিল চকুপানী। ওচৰত পঞ্চ পাণ্ডৱ নাছিল। মৃগয়া কৰিবৰ বাবে পঞ্চপাণ্ডৱ আঁতৰি গৈছিল। ধৌম্য পুৰোহিতৰ মন্ত্ৰ পাঠৰ ধ্বনি বতাহত বাগৰি গৈছিল দূৰলৈ।

হঠাৎ অৰণ্যখনৰ মাজত কাৰোবাৰ পদধ্বনি শুনা গৈছিল। দ্ৰৌপদীয়ে ভাবিছিল এই অৰণ্যৰ গভীৰলৈ বাৰু কোন আহিছে কি অভিপ্ৰায় লৈ। খন্তেকৰ বাবে অৰণ্যৰ মাজত আসন্ন বিপদৰ সম্ভাৱনাত দ্ৰৌপদীৰ মন ভীতি বিহ্বলা হৈ পৰিছিল। পঞ্চ পাণ্ডৱৰ অনুপস্থিতিৰ কথা ভাবি দ্ৰৌপদী অধিক চিন্তিত হৈ পৰিছিল।

দ্ৰৌপদীয়ে দেখা পাইছিল এজন পুৰুষ ৰথৰ পৰা নামি আশ্ৰমৰ ফালে আগবাঢ়ি আহিছিল।

সুৰথ ৰজাৰ পুত্ৰ কোটিকাস্যই নিজৰ চিনাকি দিয়াৰ উপৰিও সিন্ধুৰাজ জয়দ্ৰথ আৰু অন্যান্য কেইবাজনো ৰাজকোঁৱৰ সেইফালে বিশেষ উদ্দেশ্য লৈ অহাৰ কথা দ্ৰৌপদীক জনালে। দ্ৰৌপদীৰ পৰিচয় পাই কোটিকাস্যই ৰজা জয়দ্ৰথক জনালেগৈ।

ইতিমধ্যে দ্ৰৌপদীয়ে সকলোকেইজন অতিথিক খন্তেক জিৰণি লৈ যাবৰ বাবে অনুৰোধ জনাইছিল। দ্ৰৌপদীয়ে মনে মনে চিন্তা কৰিছিল যে সিন্ধুৰাজ জয়দ্ৰথ তেওঁলোকৰেই আত্মীয়। জয়দ্ৰথ দুৰ্যোধনৰ ভনীয়েক দুঃশলাৰেই স্বামী। তেনেস্থলত দুৰ্যোধনহঁত শত্ৰু হ'লেও আত্মীয় হিচাপে

জয়দ্ৰথক আদৰ অভ্যৰ্থনা জনাবলৈ দ্ৰৌপদীয়ে আন্তৰিকতাৰে আমন্ত্ৰণ জনাইছিল।

দ্ৰৌপদীৰ ৰূপ-যৌৱন দেখা পাই জয়দ্ৰথে হিতাহিত জ্ঞান হেৰুৱাই পেলাইছিল। দ্ৰৌপদীক ছলে-বলে হৰণ কৰি লৈ যোৱাৰ কথা জয়দ্ৰথে কামনা কৰিছিল।

পঞ্চ পাণ্ডৱসকল মৃগয়া কৰিবলৈ যোৱাৰ উমান পাই জয়দ্ৰথে দ্ৰৌপদীৰ প্ৰতি অশালীন ব্যৱহাৰ কৰিবলৈ ধৰাত দ্ৰৌপদীয়ে বুজিব পাৰিছিল জয়দ্ৰথৰ কুঅভিপ্ৰায়। ক্ৰমে ক্ৰমে জয়দ্ৰথৰ অশুভ আচৰণ আৰু অশালীন বাক্য শুনি দ্ৰৌপদীয়ে গুজৰি উঠিল সিংহিনীৰ দৰে। জয়দ্ৰথৰ এনে আচৰণে যে নিজৰ জীৱনলৈ বিপদ চপাই আনিব খুজিছে সেই কথা দ্ৰৌপদীয়ে বুজাই দিছিল।

পাপ কাৰ্য সমাধা কৰিবলৈ উদ্যত হোৱা জয়দ্ৰথে জধামূৰ্খৰ দৰে একো বুজিব নোৱাৰিছিল । তিনি ত্ৰৈলোক্য জয় কৰিব পৰা পঞ্চ পাণ্ডৱৰ অসীম শক্তিৰ কথা জয়দ্ৰথে এবাৰো ভাবি নাচালে। কামাতুৰ হৈ জয়দ্ৰথে দ্ৰৌপদীৰ দৰে এগৰাকী অসহায় নাৰীক বলাৎকাৰ কৰিবলৈ কুণ্ঠাবোধ নকৰিলে।

হঠাৎ প্ৰচণ্ড গতিৰে বতাহ ব'বলৈ ধৰিলে। অৰণ্যখন কঁপি উঠিছিল এগৰাকী নাৰীৰ মৰ্মন্তুদ কাহিনীৰ আৰম্ভণিৰে।

ৰথত দ্ৰৌপদীক জোৰেৰে তুলি লৈ জয়দ্ৰথে তীব্ৰ বেগেৰে ৰথ চলাই যাবলৈ ধৰিছিল। দ্ৰৌপদীৰ কাতৰ চিঞৰত ধৌম্য পুৰোহিতে ৰথৰ পাছে পাছে দৌৰিবলৈ ধৰিছিল। জয়দ্ৰথে বাকী কেইজন ৰজাৰ সৈতে আঁতৰি পলাইছিল।

অলপ সময়ৰ পিছত গোটেই অৰণ্যখন এক গভীৰ বিষাদত নিস্তব্ধ হৈ পৰিছিল। গছৰ ডালত চৰাইবোৰ জুপুকা লাগি আছিল। বনৰ মাজে মাজে বিচৰণ কৰি ফুৰা সিংহ, বাঘ, ভালুক আদি জন্তুবোৰ নিথৰ হৈ বৈ আছিল গুহাৰ সমুখত, বিশাল গছৰ ছাঁত, নৈৰ দাঁতিত। মুঠতে প্ৰকৃতিয়ে অপেক্ষা কৰিছিল ভয়ংকৰ কিবা এক বিপদৰ আশংকাত।

মৃগয়াৰ পৰা উভতি অহা পঞ্চ পাণ্ডৱে এগৰাকী লিগিৰীৰ মুখৰ পৰা সকলো গম পাইছিল তেতিয়া পঞ্চ পাণ্ডৱে বিজুলি সঞ্চাৰে জয়দ্ৰথ অনুসন্ধানত আগুৱাই গৈছিল অৰণ্যৰ সকলো বাধা ভাঙি।

কিছুদূৰ যোৱাৰ পিছত পঞ্চ পাণ্ডৱে জয়দ্ৰথৰ সৈতে সকলো কেইজন

ৰজাকে ধৰি অনেক শাস্তি দিয়াৰ উপৰিও জয়দ্ৰথক ভীম-অৰ্জুনে বান্ধি আনি যুধিষ্ঠিৰ আৰু দ্ৰৌপদীৰ সমুখত উপস্থিত কৰালেহি। জয়দ্ৰথক প্ৰাণে নামৰিলে যদিও জয়দ্ৰথৰ মুখেদিয়েই পঞ্চ পাণ্ডৱৰ চিৰকাল দাসহৈ থকাৰ কথাষাৰ স্বীকাৰ কৰাই লৈছিল।

দ্ৰৌপদীক উদ্ধাৰ কৰি পঞ্চ পাণ্ডৱ উভতি আহিছিল আশ্ৰম অভিমুখে। ওৰেটো বাটত দ্ৰৌপদীয়ে নিজৰ জীৱনৰ দুখ-যন্ত্ৰণাৰ কথাবোৰ ভাবি আহিছিল।

আশ্ৰমৰ সমুখৰ চোতালত বহি পঞ্চ পাণ্ডৱৰ প্ৰতিজনেই অকল্পনে চিন্তা কৰিছিল দ্ৰৌপদীৰ বিপদৰ কথা সুঁৱৰি। যুধিষ্ঠিৰে দ্ৰৌপদীৰ কাষত বহি অনেক কথাকেই কৈছিল আৰু বুজনিৰ সুৰত কৈছিল যে গভীৰ নিশাৰ অন্ধকাৰৰ শেষত যিদৰে প্ৰভাত হয় সেইদৰে সীমাহীন দুখ-যাতনাৰে ভৰা এই বিপদ-সংকুল সময়খিনি অতিক্ৰম কৰিব পাৰিলেই সত্য আৰু সুন্দৰৰ দিনবোৰ আহিব। সেইবাবেই এই দিনবোৰৰ দুখ আৰু বিষাদখিনিক জীৱনৰ পৰম সত্যৰ সন্ধানত কৰা যাত্ৰা পথৰ অভিজ্ঞতা বুলি গ্ৰহণ কৰিব লাগিব।

যুধিষ্ঠিৰে যিবোৰ সত্য-ধৰ্মৰ তত্ত্ব কথা কৈছিল সেইবোৰ শুনি পৃথিৱীৰ দৰে সহনশীলা নাৰী-মনৰ মাজত দ্ৰৌপদীয়ে বিচাৰি ফুৰিছিল শান্তিৰ সন্ধান। যুধিষ্ঠিৰৰ চকুযুৰি সেমেকি পৰিছিল। দ্ৰৌপদীৰ খং, ক্ষোভ, দুখ বেদনাতকৈ তীখাৰ দৰে কঠিন হৈ হৃদয়খনক পঞ্চ পাণ্ডৱৰ প্ৰতি থকা গভীৰ সুকোমল কৰি তুলিছিল।

অৰণ্যৰ সেই অকণি আশ্ৰমখনৰ পঁজাটোৰ ভিতৰত যেন গোটেই নিশাটো যেন উজাগৰে আছিল। কাৰো চকুত টোপনি নাছিল। সকলোৰে মনৰ মাজত জ্বলি উঠা ভীষণ প্ৰতিজ্ঞাৰ জুই কুৰাই এফালৰ পুৰি নিছিল এহেজাৰ নিশাৰ আৰ্তনাদখিনি।

ডাল-পাতৰে সজা সৰু পঁজাটিৰ ফাকেদি সোমাই অহা এজাক বতাহে চুই গৈছিল দ্ৰৌপদীৰ দেহ-মনৰ ভাগৰখিনিক।

নিশা গভীৰ হৈ আহিছিল।

বতাহে কঢ়িয়াই আনিছিল সিংহৰ গৰ্জন, বাঘৰ গোজৰণি আৰু ফেউবোৰৰ চিঞৰ। দ্ৰৌপদীয়ে অনুভৱ কৰিছিল যে অৰণ্যৰ এই হিংস্ৰজন্তুবোৰ মানুহতকৈ অধিক গুণে শক্তিশালী হলেও মানুহৰ দৰে জন্তুবোৰৰ মন আৰু স্বভাৱ কুৎসিত নহয়। অত বছৰে বনৰ মাজত ঘূৰি

ফলত দ্ৰৌপদীয়ে কোনো দিনে কেতিয়াও হিংস্ৰ জন্তুবোৰৰ পৰা বিপদৰ সন্মুখীন হোৱা নাছিল। অৰণ্য-প্ৰীতিৰ দৰে বনৰীয়া জীৱ-জন্তুবোৰকো দ্ৰৌপদীয়ে অজানিতে ভাল পাইছিল। আশ্ৰমৰ কাষতে থকা হৰিণা পোৱালিটোলে দ্ৰৌপদীৰ মনত পৰিছিল।

শেহ নিশা দ্ৰৌপদীৰ টিলামিলকৈ টোপনি আহিছিল। আকাশৰ পৰা নিগৰি অহা পোহৰ এজাক পঁজাটোৰ ভিতৰলৈকো সোমাই আহিছিল। কুশ বনেৰে নিৰ্মিত শয্যাৰ ওপৰত শুই থকা দ্ৰৌপদীৰ অপৰূপ দেহৰ ওপৰেদি বাগৰি যোৱা পোহৰখিনিত বিয়পি পৰিছিল যৌৱনৰ অতৃপ্ত বাসনাৰ নিশ্বাসখিনি।

দ্ৰৌপদীৰ দেহৰ অনাবৃত অংশখিনিৰ পৰা সোণালী স্বপ্ন এজাক তিৰবিৰাই উঠিছিল পোহৰ বিচাৰি।

☆ ☆ ☆

দ্ৰৌপদীৰ খুব দুখ লাগিছিল অৰণ্যখন এৰি যাবলৈ।

হৰিণা পোৱালিটোৱে যেন কিবা এটা বুজিব পাৰি কাষ চাপি আহিছিল। দ্ৰৌপদীয়ে হৰিণা পোৱালিটোক সাবটি লৈছিল।

দ্ৰৌপদীৰ দুচকুৰেদি বাগৰি আহিছিল চকুপানী।

পঞ্চ পাণ্ডৱৰ আটাইকেইজনে দ্ৰৌপদীৰ ফালে লক্ষ্য কৰিছিল। কিবা এক গভীৰ চিন্তাত পঞ্চ পাণ্ডৱ নিমগ্ন হৈ পৰিছিল। অজ্ঞাতবাসৰ কালছোৱাত যাতে দ্ৰৌপদীয়ে কোনো বিপদৰ সন্মুখীন হ'বলগীয়া নহয় তাৰ প্ৰতি সতৰ্ক হৈ থাকিবলৈ যুধিষ্ঠিৰে আটাইকেইজন ভায়েকক সকীয়াই দিছিল।

যুধিষ্ঠিৰৰ পৰামৰ্শ অনুযায়ী আটাইকেইজনে ছদ্মবেশ ধৰি বিৰাট ৰজাৰ ৰাজ্যতে অজ্ঞাতবাসৰ বছৰটো আত্মগোপন হৈ থকাৰ সিদ্ধান্ত ল'লে।

দ্ৰৌপদীয়েও পঞ্চ স্বামীৰ লগতে ছদ্মবেশ ধাৰণ কৰি বিৰাট ৰজাৰ ৰাণীৰ অন্তঃপুৰত থকাৰ কথা জনোৱাত কন্তেকৰ বাবে পঞ্চ পাণ্ডৱ চকু-মুখ গভীৰ দুখ আৰু বিষাদে আৱৰি ধৰিছিল।

পঞ্চ পাণ্ডৱৰ সন্মুখত দ্ৰৌপদীয়ে পৰম ধৈৰ্যশীলা নাৰীৰ দৰে কৈছিল যে পৃথিৱীৰ সকলো দুখ-কষ্ট হেলাৰঙে সহ্য কৰি যাব পাৰিব আৰু কৈছিল নাৰী জাতিৰ অপমানৰ প্ৰতিশোধ তুলিবলৈ দ্ৰৌপদী এক ভয়ংকৰ ধুমুহা হৈ

পৰিব। কেৱল সেই দিনটোৰ বাবে বৈ আছে যিটো দিনত ধৰ্মৰাজ যুধিষ্ঠিৰেও সত্যৰ বাবে ধৰ্মৰ বাবে অস্ত্ৰ ধৰিব লাগিব।

দ্ৰৌপদীয়ে পঞ্চ পাণ্ডৱক কথাবোৰ কৈ এহাতেদি উৎসাহ, প্ৰেৰণা দিছিল আৰু আনহাতে এগৰাকী নাৰীৰ দুখময় জীৱনক ধৰ্মৰ নামত সত্যৰ নামত নিৰ্বিকাৰ হৈ চাই থকাৰ যুক্তিযুক্ততাৰ কথা প্ৰকাশ কৰিছিল। তন্ময় হৈ দ্ৰৌপদীৰ কথাবোৰ শুনি থকা পঞ্চ-পাণ্ডৱৰ মনৰ মাজত গৰজি উঠিছিল ভীষণ প্ৰতিজ্ঞাৰ স্বপ্নবোৰ।

পঞ্চ পাণ্ডৱে বাৰ বছৰ বনবাসৰ সময়ছোৱাৰ সুখে-দুখে তেওঁলোকৰ সংগী হিচাপে থকা পুৰোহিত ধৌম্যৰ উপৰি অন্যান্য সকলৰ পৰা বিদায় লৈ অজ্ঞাতবাসৰ বছৰটোৰ বাবে সাজু হৈছিল। ধৌম্য পুৰোহিতক দ্ৰৌপদীয়ে সেৱা সৎকাৰ কৰি বিদায় হৈছিল। বিদায় বেলাত ধৌম্য পুৰোহিতে দ্ৰৌপদীক আশীৰ্বাদ দিবলৈ ভাষা বিচাৰি নাপাই থমকি ৰৈছিল।

"আই, তুমি লক্ষ্মী স্বৰূপা সতী নাৰী। যিসকলে তোমাৰ প্ৰতি বিৰুদ্ধ আচৰণ কৰিছে অচিৰেই তেওঁলোকৰ পতন ঘটিব। পঞ্চ পাণ্ডৱৰ প্ৰতিজনেই জগৎ বিখ্যাত মহাবীৰ। ধৰ্ম তেওঁলোকৰ সহযাত্ৰী। তুমি সেই মহাবীৰ পঞ্চ পাণ্ডৱৰ পত্নী। তুমি নাৰী জাতিৰ বাবে যুগে যুগে সাক্ষী হৈ ৰ'বা।".....

ধৌম্য পুৰোহিতৰ কঁপি থকা ওঁঠ দুটা স্তব্ধ হৈ পৰিছিল। সংসাৰৰ মায়াই স্পৰ্শ কৰিব নোৱাৰা মহৰ্ষি ধৌম্যৰ চকু দুটা সেমেকি পৰিছিল এক ভাষাহীন বিষাদত।

সৰাপাতে উপচি পৰা বাটটোৰেদি পঞ্চ পাণ্ডৱৰ সৈতে দ্ৰৌপদী ৰাওনা হৈছিল এক অজানা ভৱিষ্যতৰ পিনে। সন্মুখৰ পিনে চাই চাই আগবাঢ়ি গৈ থকা পঞ্চ পাণ্ডৱে দেখা পাইছিল অৰণ্যখনৰ গছৰ পাত এটাও বতাহত কঁপা নাছিল।

গভীৰ অৰণ্যখন পাৰ হৈছিল।

বেলিটো পশ্চিমৰ ফালে লহিয়াবলৈ লৈছিল।

সকলোৱে বহুতো যোজন বাট পাৰ হৈ আহিছিল। এক নিৰ্জন ঠাইত জিৰণি লৈছিল। দ্ৰৌপদী ভাগৰি পৰিছিল। কাষেদি বৈ যোৱা নৈখনৰ পানী খুৰুলিবলৈ নামি গৈ আটাইকেইজনে আজলিৰে পানী খাইছিল।

কিছুপৰ বৈ তেওঁলোক আকৌ ৰাওনা লৈছিল।

হাবি-বননিৰ মাজে মাজে আগুৱাই গৈ থাকোঁতে দ্ৰৌপদীয়ে আকাশৰ

ফালে চাইছিল। আকাশখনৰ বুকুলৈ কঁৰবাৰ পৰা চপৰা-চপৰ মেঘ উঠি আহিছিল। পানীপিয়া চৰাই এটা উৰি গৈছিল কোনোবা এটা দিশলৈ।

এক নির্জন পৰিবেশত পঞ্চ পাণ্ডৱহঁত থমকি ৰৈছিল। দ্ৰৌপদীৰ ভোক লাগিছিল। বেলিটো পশ্চিম দিগন্তত থমকি ৰোৱা দেখি দ্ৰৌপদীৰ মনটো অস্থিৰ হৈ পৰিছিল। নকুল আৰু সহদেৱে গছৰ ফল-মুল বিচাৰি আঁতৰি গৈছিল।

এই ঠাইতে পঞ্চ পাণ্ডৱে অজ্ঞাতবাসৰ বছৰটো সুকলমে পাৰ কৰিবৰ বাবে সুস্থিৰভাৱে চিন্তা কৰিছিল। বিৰাট ৰজাৰ ৰাজ্যখন পাবলৈ আৰু বেছি দুৰ নাছিল।

দ্ৰৌপদীয়ে বিৰাট ৰজাৰ ৰাণী সুদেষ্ণাৰ সৈৰিন্ধ্ৰীৰ কামটো কৰাৰ কথা প্ৰকাশ কৰিছিল। দ্ৰৌপদীৰ কথা শুনি পঞ্চ স্বামীৰ কোনেও মনে মনে সহ্য কৰিব পৰা নাছিল। কিন্তু, তেতিয়া দুখ আৰু বেজাৰ কৰাৰ সময় নহয় বুলি জানি পঞ্চ পাণ্ডৱে দ্ৰৌপদীয়ে বিৰাট ৰজাৰ ৰাণী সুদেষ্ণাৰ সৈৰিন্ধ্ৰী হৈ থকাটোকে কামনা কৰিছিল।

আকাশখনৰ মাজলৈ উঠি অহা চপৰা-চপৰ মেঘখিনিয়ে জোনটোক ঢাকি ধৰিছিল। অন্ধকাৰখিনি ডাঠ হৈ পৰিছিল। দৌপদীয়ে ভাগৰ পলুৱাবৰ বাবে মাটিত শুই পৰা দেখি অৰ্জুনে কোলাত দ্ৰৌপদীৰ মুৰটো তুলি ধৰিলে।

অৰণ্যৰ মাজত দ্ৰৌপদীক লগত লৈ সেই নিশাটো কটাবৰ বাবে পঞ্চ পাণ্ডৱে সামান্য ভাবে গছৰ পাতেৰেই শয্যা ঠিক কৰি লৈছিল।

সমগ্ৰ পৃথিৱীখনক যেন নিশাটোৱে গিলি পেলাইছিল।

মাজনিশা দ্ৰৌপদী সাৰ পাইছিল পঞ্চ পাণ্ডৱৰ ফালে অন্ধকাৰতে চাই উচপ খাই উঠিছিল। কোনেও চিনিব নোৱাৰাকৈ পঞ্চ পাণ্ডৱে সাজ সলাই ব্যাধৰ ৰূপ লৈছিল।

দ্ৰৌপদীৰ দুচকুৰ পৰা ধাৰাসাৰ বিষাদৰ লোতক বাগৰি আহিছিল। মনে মনে উমান লৈছিল — পুৱালৈ আৰু কিমান বাকী।

বিজুলী-ঢেৰেকণিৰে আকাশখনৰ কোনোবাখিনিত গৰজি উঠিছিল। ভয়, শংকাত দ্ৰৌপদীয়ে অৰ্জুনৰ বুকুৰ মাজত মুখখন গুজি দিছিল।

দ্ৰৌপদীৰ নাৰী-হৃদয়খনে হয়তো বিচাৰিছিল অকণি শান্তিৰ আশ্ৰয় আৰু এক যৌৱনৰ আস্বাদ।

  

এজোপা গছৰ তলত জিৰণি লোৱাৰ পিছত পঞ্চ পাণ্ডৱৰ সৈতে দ্ৰৌপদী মৎস ৰাজ্যৰ ফালে আগবাঢ়িল। দ্ৰৌপদী ক্লান্ত হৈ পৰাত অৰ্জুনে কান্ধত তুলি লৈছিল।

কিছুদূৰ অতিক্ৰমি কৰাৰ পিছত তেওঁলোক মৎস ৰাজ্যত প্ৰৱেশ কৰিলে।

দ্ৰৌপদীয়ে পঞ্চ পাণ্ডৱৰ কোনো এজনৰ ফালে চাব পৰা নাছিল— আটাইকেইজনকে দেখাত ব্যাধ যেন লাগিছিল। নিয়তিৰ কি যে ছলনা। ধৰ্মৰাজ যুধিষ্ঠিৰ, মহাবলী ভীম, ভুবন বিজয়ী বিখ্যাত ধনুৰ্দ্ধৰ অৰ্জুন, মহাবীৰ নকুল আৰু সহদেৱক কোনো নকʼব এওঁলোক ব্যাধ নহয় বুলি।

দ্ৰৌপদীৰ চকুৰ পৰা ক্ষোভ আৰু বিষাদৰ চকুপানী বাগৰি আহিছিল। নিজৰ দেহটোৰ ফালে চাই দ্ৰৌপদীৰ বুকুখন কঁপি উঠিছিল।

এতিয়া দ্ৰৌপদী এগৰাকী লিগিৰী হৈ পৰিছিল। পৰিস্থিতিয়ে দ্ৰৌপদীক এনেকুৱা হʼবলৈকে যেন শিকাইছিল। দ্ৰৌপদীৰ মনৰ ভিতৰত তোলপাৰ কৰিছিল অনেক নোকোৱা কথাই।

পাঞ্চল অধিপাত দ্ৰুপদৰ আলাসৰ লাডু, প্ৰবল প্ৰতাপী কুৰু বংশৰ বোৱাৰী, মহা ধাৰ্মিক তথা মহাবীৰ পঞ্চপাণ্ডৱৰ চেনেহৰ পত্নী সতী -সাধ্বী দ্ৰৌপদীৰ জীৱন কি যে বিস্ময়কৰ, কি যে কৰুণ সেই কথা যেন আকাশে-বতাহে কটিয়াই লৈ ফুৰিছিল। এদিন ৰাজকাৰেঙৰ শত শত দাসীৰে পৰিপূৰ্ণ পৰিবেশত দ্ৰৌপদীয়ে সপোন ৰচিছিল সুখ-সমৃদ্ধিৰে ভৰা আনন্দময় জীৱনৰ। এদিন দ্ৰৌপদীৰ চকুত ভাঁহি উঠিছিল—ধৰ্মৰাজ যুধিষ্ঠিৰকে ধৰি পঞ্চপাণ্ডৱৰ কাষত থাকি দ্ৰৌপদীয়ে মহাৰাণী হৈ প্ৰজাবৰ্গৰ সুখ-শান্তিৰ কথা ভাবিব পাৰিব। ইন্দ্ৰপ্ৰস্থ নগৰখনত দ্ৰৌপদীয়ে মহৰ্ষি সকলক আদৰ অভ্যৰ্থনা কৰি এগৰাকী সাধ্বী-সতীৰ পৰিচয় প্ৰকাশ কৰি নাৰী-জীৱনৰ মহতী আদৰ্শৰ প্ৰতীক হʼব।

সুখময় জীৱনৰ কল্পনাবোৰে কোনোদিনেই দ্ৰৌপদীৰ মনক অধীৰ কৰি তুলিব পৰা নাছিল। পৰম সত্যৰ ওপৰত থকা গভীৰ বিশ্বাসত জীৱনৰ প্ৰতিটো মুহূৰ্তক দ্ৰৌপদীয়ে জীৱনৰ বিশালতাৰ অৰ্থেৰেই চাবলৈ চেষ্টা কৰিছিল। সেইবাবে ৰাজ কাৰেঙৰ সুখৰ মুহূৰ্তত দ্ৰৌপদীয়ে এগৰাকী সাধাৰণ নাৰীৰ জীৱনটোকে গ্ৰহণ কৰি আহিছিল। কোনোদিনে গৰ্ব অনুভৱ কৰি মত্ত হৈ পৰা নাছিল অথবা প্ৰকৃত নাৰীৰ মৰ্যাদাক জলাঞ্জলি দিয়া নাছিল।

দুখময় জীৱনৰ অন্ধকাৰে আৱৰি ধৰিছিল যদিও দ্ৰৌপদীয়ে পঞ্চপাণ্ডৱৰ কাষত পৃথিৱীৰ এগৰাকী নাৰীৰ বিপুল সম্ভাৱনাৰ ৰূপ হৈয়েই থিয় হৈ আছিল। বনে-জংঘলে ঘূৰি ফুৰা পঞ্চপাণ্ডৱৰ দেহ আৰু মনৰ ক্লান্তি আৰু অৱসাদৰ মাজত দ্ৰৌপদী প্ৰকৃতিৰ অজেয় শক্তিৰ দৰে উজ্বলি উঠিছিল।

মনৰ মাজত গোজৰি থকা সমস্ত দুখ আৰু বিষাদেৰে পূৰ্ণ অশান্ত অৱস্থাটো ঢাকি দ্ৰৌপদীয়ে বিৰাট ৰজাৰ ৰাণী সুদেষ্ণাৰ অন্তেষপুৰত প্ৰবেশ কৰিছিল। কলা কলা মেঘে ঢাকি ধৰা আকাশখনৰ নেদেখা তৰাৰ দৰে দ্ৰৌপদী লুকাই পৰিছিল আত্মগোপনৰ নিবিড়তাৰ মাজত।

কোনেও চিনিব পৰা নাছিল দ্ৰৌপদীক। সকলোৱে মাথো জানিছিল বিৰাট ৰজাৰ ৰাণী সুদেষ্ণাৰ আলধৰা এগৰাকী সামান্য তিৰোতা সৈৰিন্ধ্ৰী, নাম যাৰ মালিনী।

মালিনী ৰূপী দ্ৰৌপদীয়ে ৰাণী সুদেষ্ণাক কৈছিল যে মালিনীৰ পাঁচজন গন্ধৰ্ব স্বামী আছে আৰু সেই পাঁচোজন স্বামীয়ে মালিনীক আঁৰে আঁৰে ৰক্ষা কৰি থাকে বিপদৰ পৰা। মালিনীৰূপী দ্ৰৌপদীয়ে সুদেষ্ণাক জনাইছিল যে তেওঁ এসময়ত সত্যভামা আৰু পঞ্চপাণ্ডৱৰ পত্নী দ্ৰৌপদীৰো সৈৰিন্ধ্ৰী হৈ আছিল।

মালিনীৰূপী দ্ৰৌপদীয়ে কোৱা মতে কাৰো উচ্ছিষ্ট খাব নলগীয়াকৈ সুব্যৱস্থা কৰি দিয়াৰ লগতে কোনো পুৰুষৰ পৰা যাতে বিপদ নহয় তাৰো নিৰাপত্তাৰ আশ্বাস দিছিল। ৰাণী সুদেষ্ণাই।

দ্ৰৌপদীয়ে ৰাণী সুদেষ্ণাৰ কাষত নিৰাপত্তা অনুভৱ কৰিছিল যদিও সম্পূৰ্ণ এটা বছৰ এনেকৈ আত্মগোপন কৰি থকাৰ কথা ভাবিছিল। মনে মনে অজান বিপদৰ আশংকাই দ্ৰৌপদীৰ নাৰী মনটোক অস্থিৰ কৰি তুলিছিল। পঞ্চপাণ্ডৱ কাষত থাকিলে যিকোনো বিপদতে দ্ৰৌপদীয়ে ৰক্ষা পৰিব বুলি নিশ্চিত হৈ আছিল।

এতিয়া বিৰাট ৰাজসভাত নিজকে আত্মগোপন কৰি অজ্ঞাতবাসৰ বছৰটো পাৰ কৰিবৰ বাবে পঞ্চপাণ্ডৱ আছিল যদিও স্বাভাৱিকতে দ্ৰৌপদী পঞ্চ পাণ্ডৱৰ পৰা একেবাৰে আঁতৰ হৈ পৰিছিল। পঞ্চ পাণ্ডৱ আৰু দ্ৰৌপদীয়ে পৰস্পৰে পৰস্পৰক সহায় কৰিথলে যেন সকলো শক্তি-সামৰ্থ হেৰুৱাই পেলাইছিল।

অন্তেষপুৰৰ প্ৰতিটো বস্তুৱে দ্ৰৌপদীৰ মন উদ্বিগ্ন কৰি তুলিছিল। দ্ৰৌপদীৰ মনৰ মাজত গভীৰ বিষাদ এজাক থুপ খাই আছিল। সেই বিষাদত সমুদ্ৰ গৰ্ভৰ গভীৰ পানীত সাতুৰি ফুৰা সোণালী মাছৰ দৰে দ্ৰৌপদীয়ে সাতুৰি ফুৰিছিল।

কঁৰবাত যেন দ্ৰৌপদীয়ে হেৰাই যাব খুজিও হেৰাই যাব পৰা নাছিল। অপৰূপ শৰীৰৰ অনুপম সৌন্দৰ্যই দ্ৰৌপদীক পোহৰাই তুলিছিল ৰাণী সুদেষ্ণাৰ কাষত। ৰাণী সুদেষ্ণাই দ্ৰৌপদীৰ দেহৰ কান্তিৰ ফালে থৰ লাগি চাই আছিল।

"মালিনী, তুমি ইয়াত থাকি কেনে পাইছা?"

ৰাণী সুদেষ্ণাৰ প্ৰশ্ন শুনি দ্ৰৌপদী খন্তেকৰ বাবে মৌন হৈ পৰিছিল।

"মহাৰাণী, আপোনাৰ ওচৰত থাকি পৰম কৃতাৰ্থ অনুভৱ কৰিছোঁ। মাথো এটা বছৰ ব্ৰত পালন কৰি আকৌ উলটি যাম মোৰ গন্ধৰ্ব পাঁচোজন স্বামীৰ কাষলৈ। আপোনাৰ উপকাৰ মই চিৰকাল মনত ৰাখিম।"

"তুমি উলটি যাবা ? কলৈ যাবা?"

দ্ৰৌপদীৰ মনৰ মাজত ৰাণী সুদেষ্ণাৰ প্ৰশ্নটোৱে তোলপাৰ কৰি তুলিছিল। মনে মনে চিন্তা কৰিছিল— কলৈ যাব।

দ্ৰৌপদীয়ে ৰাণী সুদেষ্ণাৰ শয়ন কক্ষৰ মজিয়াত থিয় হৈ বাহিৰৰ আকাশখনলৈ চাইছিল একান্ত আপোন মনে।

..এখন সীমাহীন আকাশ। আকাশখনৰ বুকু ফালি উৰি গৈ আছিল নাম নজনা এটা অকলশৰীয়া চৰাই। আকাশৰ বুকুত থুপ খাই বৈ থকা কলা কলা ডাৱৰবোৰে যেন থুপ খাই বৈ আছিল অকলশৰীয়া চৰাইটোলৈ লক্ষ্য কৰি। চৰাইটো বাৰু কলৈ উৰি গৈছিল। লগ পাবগৈনে তাৰ লগৰীয়াবোৰক। ডাৱৰবোৰে বাৰু অকলশৰীয়া চৰাইটোৰ বাট আগুৰি ধৰিব নেকি। চৰাইটোৰ কি হ'ব।....

তন্ময় হৈ চাই থকা দ্ৰৌপদীৰ পদুম পাহিৰ দৰে চকুযুৰি সেমেকি উঠিছিল।

দূৰৈৰ পৰা ভাঁহি আহিছিল গান-বাজনাৰ সুৰৰ ধ্বনি। প্ৰতিধ্বনিত হৈছিল দ্ৰৌপদীৰ মনৰ মণিকোঠাত। দ্ৰৌপদীয়ে নিসংগতা অনুভৱ কৰিছিল। দ্ৰৌপদীৰেই স্বামী বৃহন্নলা নামেৰে ছদ্মবেশধাৰী অৰ্জুনে বিৰাট ৰজাৰ কন্যা উত্তৰাক নাচ-গান শিকাইছিল। অৰ্জুনৰ কাষলৈ যাবলৈ দ্ৰৌপদীৰ খুব মন গৈছিল।

যি গাণ্ডীৱ ধনুৰ টংকাৰত আকাশ-বতাহ কঁপি উঠিছিল সেই গাণ্ডীৱ আঁতৰাই থৈ অৰ্জুনে উৰ্বশীৰ শাপগ্ৰস্তা হৈ নাৰীৰ ৰূপ লৈ বৃহন্নলা হৈ বিৰাট কন্যা উত্তৰাক নাচ-গান শিকাব লগীয়া হৈছিল। ভাগ্যৰ বিড়ম্বনা লৈ ধৰ্ম ৰক্ষাৰ নামত এই পথ ল'ব লগীয়া হ'ল—সেইকথা দ্ৰৌপদীয়ে চিন্তা কৰিছিল। তেতিয়া নিশাৰ নিৰ্জনতাই যেন সমগ্ৰ পৃথিৱীখনক আৱৰি পেলাইছিল। ক'তো কেনিও সাৰ-সুৰ নাছিল।

এটা বন্ধ কোঠাত মালিনীৰূপী পঞ্চ পাণ্ডৱৰ পত্নী দ্ৰৌপদীয়ে অকলশৰে বিচনাত পৰি আছিল। দ্ৰৌপদীৰ দুচকুত তেতিয়া ভাঁহি উঠিছিল বহুতো উজাগৰী নিশাৰ বিষাদ-স্মৃতিৰ ছবি। ইমান নিস্তব্ধতাৰ মাজতো দ্ৰৌপদীয়ে শুনিবলৈ পাইছিল অশান্ত ধুমুহা এজাকৰ প্ৰচণ্ড শব্দৰ ধ্বনি। সেই ধুমুহাজাকে যেন হাবি-বন-অৰণ্যৰ ওপৰেদি লৈ আহিছিল বিশাল সমুদ্ৰৰ উত্তাল জোৱাৰৰ গৰ্জন।

বিৰাট ৰজাৰ অনুগ্ৰহ প্ৰাৰ্থী হৈ থাকিবলগীয়া পঞ্চপাণ্ডৱ আৰু নিজৰ কথা ভাবি দ্ৰৌপদীৰ মনটো অস্থিৰ হৈ পৰিছিল। কাৰ পাপৰ বাবে, কাৰ অন্যায়-অবিচাৰৰ বাবে ধৰ্মৰাজ যুধিষ্ঠিৰে মহাবলী ভায়েক আৰু সাধ্বী পত্নীক লগত লৈ এইদৰে অৰণ্যে অৰণ্যে ঘুৰি ফুৰিবলগীয়া হৈছিল! এয়া কি ধৰ্মৰ বিচাৰ। এয়া কি সত্যৰ সুফল!

অজ্ঞাতবাসৰ দিনবোৰ চালি অহাৰ কথা ভাবি দ্ৰৌপদীৰ চকুত সিঁচৰতি হৈ পৰিছিল অনাগত দিনৰ পোহৰৰ ৰেখাবোৰ। অন্ধকাৰতে দ্ৰৌপদীয়ে উমান পাইছিল বাহিৰত পালি-পহুৱীয়াবোৰে জাগ্ৰত হৈ ফুৰিছিল।

শেহ নিশা দ্ৰৌপদীৰ ক্লান্তি আৰু বিষাদৰ স্মৃতিয়ে আমনি কৰা দুচকুলৈ এজাক টোপনি নামি আহিছিল।

এটা প্ৰকাণ্ড অজগৰে গিলি পেলাবলৈ আগবাই আহিছিল। গছৰ ডাল এটাত গাৰ চাদৰখন লাগি ধৰিছিল। অজগৰটোৰ প্ৰকাণ্ড মুখখন দেখা পাই পলাই সাৰিবলৈ বাট বিচাৰি নাপাই দ্ৰৌপদীয়ে চিঞৰিছিল পঞ্চ পাণ্ডৱক।

হঠাৎ দ্ৰৌপদী সাৰ পাই গৈছিল। এটা বৰ ভয় লগা সপোন দেখিছিল।

তেতিয়া বাহিৰত অন্ধকাৰখিনি শেষ হোৱা নাছিল। গছৰ পাতত নিয়ৰ সৰিছিল টোপাটোপে। আকাশে যেন গুৱে নিশা কান্দিছিল।

পোহৰ হ'বলৈ আৰু বেছি পৰ নাই।



এতিয়া প্ৰতিটো মুহূৰ্ত্ততে দ্ৰৌপদীয়ে অসহায় অনুভৱ কৰিছিল।

এক ভয়াবহ বিপদৰ আশংকাই দ্ৰৌপদীৰ মনটো ভীতিগ্ৰস্তা কৰি তুলিছিল। আত্মগোপন হৈ থকা পঞ্চ পাণ্ডৱৰ মুখৰ পৰা গোপনে সংবাদ পাইছিল যে আৰু মাত্ৰ কেইটামান মাহৰ পিছতে অজ্ঞাতবাসৰ নিষ্ঠুৰ বছৰটো শেষ হ'ব।

দ্ৰৌপদীয়ে মনে মনে চিন্তা কৰিছিল যে সেই মাহ কেইটা কোনো বিপদ নোহোৱাকৈ পাৰ কৰি দিব পাৰিলেই ৰক্ষা পৰিব। মনে মনে পাণ্ডৱ সখা শ্ৰীকৃষ্ণক প্ৰাৰ্থনা জনাইছিল দ্ৰৌপদীয়ে।

ইতিমধ্যে ৰাণী সুদেষ্ণাৰ অন্যান্য লিগিৰীবোৰে দ্ৰৌপদীৰ আচাৰ-ব্যৱহাৰ, ৰূপ লাৱণ্য দেখি তবধ মানিছিল। সকলোৰে কোৱা-কুই কৰিছিল যে দ্ৰৌপদী সামান্য নাৰী নহয়! দ্ৰৌপদী যেন এক অলৌকিক নাৰী। কাৰোবাৰ শাপত অভিশপ্তা হৈ দ্ৰৌপদী মৰ্ত্ত্যলৈ নামি আহিছিল মানবী ৰূপ লৈ। বহুতেই শুনিছিল যে দ্ৰৌপদীৰ পাঁচোজন গন্ধৰ্ব স্বামী আছিল। তেওঁলোকৰ বাবে দ্ৰৌপদী এক সাঁথৰ হৈ পৰিছিল।

দ্ৰৌপদীয়ে নৈত স্নান কৰি উভতি আহিছিল।

ৰাণী সুদেষ্ণাই স্নান কৰি অহা দ্ৰৌপদীক দেখি থমকি ৰ'ল। হেমন্ত ঋতুৰ পুৱাৰ ৰ'দজাকত গছে-পাতে জলমলাই উঠা নিয়ৰৰখিনিৰ দৰে দ্ৰৌপদীৰ শৰীৰৰ অঙ্গে অঙ্গে শোভিত সৌন্দৰ্যখিনি চৌপাশে চিটিকি পৰিছিল। এজাক বতাহে চুমা খাই যোৱা দেহৰ ভাজে ভাজে নিগৰি পৰিছিল যৌবনৰ অতৃপ্ত তৃষ্ণাৰ স্বপ্নবোৰ। চুলি কোচাইদি বৈ আহিছিল এজাক বৰষুণে তিয়াই যোৱা সেউজ গছৰ মাদকতাখিনি। ৰাণী সুদেষ্ণাই মনে মনে ভাবিছিল—কোন এই নাৰী অনুপমা। সঁচাকৈয়ে বাৰু সৈৰিন্ধ্ৰি এগৰাকী অভীশপ্তা নাৰী।

ঘটনাটো ঘটিছিল সিদিনা, যিদিনা সৈৰিন্ধ্ৰীৰ ছদ্মবেশত দ্ৰৌপদীক বিৰাট ৰজাৰ সেনাপতি তথা ৰাণী সুদেষ্ণাৰ ভাতৃ মহা বলী কীচকে দেখা পাই নিজকে পাহৰি পেলাইছিল। কীচক অস্থিৰ হৈ পৰিছিল আৰু দ্ৰৌপদীক যিকোনো প্ৰকাৰে নিজৰ কৰি ল'বলৈ দুৰাকাংক্ষা কৰিছিল।

সমস্ত কলুষতাৰে আবৰি ধৰা কীচকৰ মনোভাৱ বুজিব পাৰিছিল দ্ৰৌপদীয়ে। বিপদৰ আশংকা আৰু অজ্ঞাতবাসৰ চিন্তা কৰি দ্ৰৌপদীয়ে ৰাণী সুদেষ্ণাক প্ৰতিশ্ৰুতিৰ কথাখিনি সোঁৱৰাই দিয়াৰ লগতে কীচকক সাৱধান কৰি দিছিল।

দ্ৰৌপদীৰ ৰূপ লাৱণ্যত মতলীয়া হৈ পৰা কীচকে বুজিব পৰা নাছিল। আনহাতে ৰাণী সুদেষ্ণাই কীচকক সন্তুষ্ট কৰি ৰাখিবৰ বাবে নানা কৌশলৰ কথা ভাবিছিল।

ৰাণী সুদেষ্ণাৰ আশ্বাস শুনি সৈৰিন্ধ্ৰীৰূপী দ্ৰৌপদীয়ে ৰাণীৰ বাবে উৎকৃষ্ট সুৰা আনিবৰ কীচকৰ ঠোলত প্ৰবেশ কৰিছিল।

কীচকে দ্ৰৌপদীক প্ৰেম নিবেদন কৰি বিফল হৈ পৰিছিল। এটা সময়ত আত্মৰক্ষাৰ বাবে দ্ৰৌপদীয়ে দৌৰি আহি বিৰাট ৰাজ সভাত প্ৰবেশ কৰিছিল আৰু কীচকেও দ্ৰৌপদীক পাছে পাছে খেদি আহি ৰাজসভাৰ মজিয়াত দ্ৰৌপদীক ভীষণভাৱে অপমানিত কৰিছিল।

দ্ৰৌপদীয়ে কীচকৰ দ্বাৰা অপমানিত হোৱাৰ পিছত পঞ্চ পাণ্ডৱে পাপীষ্ঠ কীচকক উপযুক্ত শাস্তি দিয়াৰ চিন্তা কৰিছিল যদিও উপায় পোৱা নাছিল। বিৰাট ৰাজ্যত ব্ৰাহ্মণৰ বেশ ধৰি কংকনাম ধাৰী ধৰ্মৰাজ যুধিষ্ঠিৰৰ ইংগিতত অজ্ঞাতবাসৰ কথা সুঁৱৰি মহাবলী ভীমে লগে লগে কীচকৰ ওপৰত কোনো প্ৰতিশোধ লোৱা নাছিল।

বিৰাট ৰাজ সভাত কীচকৰ অত্যাচাৰৰ কথা কৈ দ্ৰৌপদীয়ে ছদ্মবেশধাৰী কেৱল ধৰ্মৰাজ যুধিষ্ঠিৰে বুজি পোৱাকৈ নিজৰ দুখ-বেদনাৰ কথাখিনি কৈছিল। ধৰ্ম আৰু পাশাখেলৰ বাবেই যে পঞ্চ পাণ্ডৱ আৰু দ্ৰৌপদীৰ জীৱনলৈ সীমাহীন দুখ-যতনা নামি আহিছিল সেইকথা সোঁৱৰাই দিছিল। যুধিষ্ঠিৰ অনুতপ্ত হৈছিল।

ৰাণী সুদেষ্ণাই সৈৰিন্ধ্ৰীৰূপী দ্ৰৌপদীৰ কথাবোৰ শুনি আচৰিত হোৱা নাছিল। পাঁচজন গন্ধৰ্ব স্বামীয়ে কীচকক উপযুক্ত শাস্তি দিব বুলি দ্ৰৌপদীয়ে কোৱা কথাৰ ওপৰত ৰাণীয়ে গুৰুত্ব দিয়া নাছিল। মাথো মনে মনে ভাবিছিল যে দ্ৰৌপদীৰ যৌৱনৰ ৰূপ-লাৱণ্যই বিপদ চপাই আনিছিল।

বিৰাট ৰজাৰ ৰাজ সভাৰ পৰা ৰাণী সুদেষ্ণাৰ অন্তঃপুৰলৈকে মহাবলী কীচকৰ দ্বাৰা দ্ৰৌপদী অপমানিত হোৱা ঘটনাটো বিয়পি পৰিছিল। কীচকৰ এনে অন্যায় কাৰ্যক কোনোৱে ভাল পোৱা নাছিল যদিও মুখ খুলি কঁব পৰা নাছিল।

প্ৰায় সমস্ত দিনটো দ্ৰৌপদীৰ দেহ আৰু মনক বিষাদ আৰু প্ৰতিশোধৰ তীব্ৰ ভাৱনাই উত্তাল কৰি তুলিছিল। দ্ৰৌপদীৰ বুকুত যেন দাউ দাউকৈ একুৰা জুই জ্বলি উঠিছিল। কুৰুপুত্ৰ সকলৰ অন্যায়-অত্যাচাৰ, জয়দ্ৰথৰ

ঘৃণীত কাৰ্য, কীচকৰ অসৎ অভিপ্ৰায়ৰ কথাবোৰ ভাবি দ্ৰৌপদীৰ সুকোমল নাৰী হৃদয়খন এক ভীষণ প্ৰতিশোধৰ বাসনাই শিলৰ দৰে কৰি পেলাইছিল।

সময়-সুযোগ বুজি বিৰাট ৰজাৰ ৰান্ধনিশালত ৰান্ধনি বেশত থকা বল্লৱ নামধাৰী ভীমৰ কাষ চাপি সকলো কথা দ্ৰৌপদীয়ে বেদনামিশ্ৰ কণ্ঠেৰে কৈছিল। ভীমে গৰজি উঠিছিল। কীচকক উপযুক্ত শাস্তি দিয়াৰ বাবেও উৎকণ্ঠিত হৈ পৰিছিল মহাবলী ভীম।

এটা সময়ত দ্ৰৌপদীয়ে নিজৰ মনক স্থিৰ কৰি তুলিছিল।

দ্ৰৌপদীয়ে নিশাটো উজাগৰে কটাই দিছিল। এখন পবিত্ৰ নাৰী অন্তৰৰ সীমাহীন দুখৰ অনিৰ্বাপিত শিখাৰে দ্ৰৌপদীয়ে আহিবলগীয়া দিনবোৰৰ বাবে প্ৰাৰ্থনা কৰিছিল। গভীৰ নিশাটোৰ অন্ধকাৰখিনিয়ে যেন বহুত দুখলৈকে কঢ়িয়াই লৈ গৈছিল দ্ৰৌপদীৰ বেদনাহত অন্তৰৰ উচুপনি। এগৰাকী বিশ্ব নাৰীৰ মহত্তম জীৱনৰ সাধনালব্ধ উপলব্ধি আৰু অভিজ্ঞতাখিনি নিশাৰ নৈসৰ্গিক জীৱনে বিশাল পৃথিবীৰ মাটিৰ গভীৰত পুতি পেলাইছিল আগন্তুক দিনৰ পোহৰৰ প্ৰতীক্ষাৰে।

পুৱাৰ লগে লগে দ্ৰৌপদীয়ে লগ পাইছিল মহাবলী পাপীষ্ঠ কীচকক। দ্ৰৌপদীৰ কথা শুনি কীচকৰ অন্তৰ প্ৰেমৰ পিপাসাত নাচি উঠিছিল।

মনে মনে দ্ৰৌপদীৰ হাঁহি উঠিছিল।

সন্ধিয়াৰ পিছত নাচঘৰৰ নিৰ্জনতাত দ্ৰৌপদীক অকলে লগ পোৱাৰ প্ৰবল কামনাত কীচক উন্মাদ হৈ পৰিছিল।

দ্ৰৌপদীয়ে সমুখত দেখা পাইছিল আকাশখনে যেন এক প্ৰচণ্ড ৰূপ ধাৰণ কৰিছিল। হঠাৎ যেন ধুমুহাই আকাশখন ফালি চিৰাচিৰ কৰি পেলাইছিল।

দিনতে শিয়াল এজাকে ৰাজসভাৰ চৌপাশে হোৱা দিছিল। অৰণ্যখনৰ পৰা ভাহি আহিছিল হিংস্ৰ জন্তুবোৰৰ ভয়াবহ চিৎকাৰ।

কোনেও বুজিব পৰা নাছিল প্ৰকৃতিৰ অস্বাভাৱিক ৰূপটোক।

কীচক উঠি যোৱা ৰথখনৰ চকা এটা সুলকি পৰিছিল। সন্ধিয়াৰ পিছত নাচঘৰৰ নিৰ্জনতাত দ্ৰৌপদীক লগ পোৱাৰ দুৰন্ত কামনাই কীচকক অন্ধ কৰি পেলাইছিল।

তেতিয়া গধুলিৰ বেলিটোৰ ক্ষীণ পোহৰখিনি তেজৰ দৰে সমস্ত পৃথিৱীত বিয়পি পৰিছিল।

কিছু বেলিৰ পিছতে অন্ধকাৰে গ্ৰাস কৰি পেলাব সমস্ত পৃথিবীখনক। দ্ৰৌপদীৰ দুচকুত ভাঁহি উঠিছিল এমুঠি আনন্দ আৰু তৃপ্তিৰ পোহৰ।

তেতিয়াও কাউৰীজাকে ৰমলিয়াই আছিল।

ক'ৰবাত নিশ্চয় কিবা এটা অমংগল ঘটিছিল।

☆ ☆ ☆

এটা বিভৎস চিঞৰত ফাটি ছিৰাছিৰ দিছিল নিশাৰ নিস্তব্ধ সময়খিনি।

দ্ৰৌপদীয়ে উমান পাইছিল ক'ত কি হৈছিল। সন্ধিয়াতে নাচঘৰত ৰান্ধনি বল্লৱৰূপী ভীমে অপেক্ষা কৰি আছিল কীচক অহালৈ। কীচক সাজি-কাচি আহিছিল। কিন্তু, কীচকে ভীমক চিনি পোৱা নাছিল আৰু ভাবিছিল বল্লৱ এক সাধাৰণ মানুহ। ভীমে মুহূৰ্ত্ততে কীচকক ধৰি লৈছিল আৰু ঠেকেচি ঠেকচি হাড়-মুৰ গুৰি শেষ কৰি পেলাইছিল পাপীষ্ঠ কীচকক।

সৈৰিন্ধ্ৰীৰ গন্ধৰ্ব স্বামীয়ে কীচকক বধ কৰাৰ বাতৰিটো নিমিষতে বিয়পি পৰিছিল। কীচকক শ্মশানলৈ সমদল কৰি লৈ যাওঁতে কীচকৰ অনুগামীবোৰে সৈৰিন্ধ্ৰীকো পুৰি পেলাবলৈ বান্ধিলৈ গৈছিল। দ্ৰৌপদীয়ে গোপন নাম কাটি পঞ্চপাণ্ডৱক চিঞৰি মাতিবলৈ ধৰিছিল। ভীমে প্ৰকাণ্ড গছ এজোপা উভালি লৈ সেইডালেৰে কীচকৰ অনুগামী সকলক মৰিয়াই শেষ কৰি পেলাইছিল।

কীচকৰ মৃত্যুত এহাতে বিৰাট ৰজাৰ শক্তি হ্ৰাস পাইছিল আৰু আনহাতে ৰাজ্যখনৰ সকলোৰে এক অত্যাচাৰীৰ পৰা ৰক্ষা পৰিছিল। পঞ্চ পাণ্ডৱৰ বাকীসকল বুজি পাইছিল যে মহাবীৰ ভীমেই অত্যাচাৰী কীচকক বধ কৰিলে।

দ্ৰৌপদীয়ে মনত শান্তি পাইছিল যদিও আন এক শংকাই আৱৰি ধৰিছিল। ৰজা আৰু ৰাণীৰ উপৰিও কিছু সংখ্যক পাত্ৰ-মন্ত্ৰীয়ে ৰূপৱতী সৈৰিন্ধ্ৰীক ৰাজ্যৰ পৰা ভালে ভালে বিদায় দিয়াৰ কথা অলোচনা কৰিছিল।

ৰাণী সুদেষ্ণাৰ নীৰৱতা দেখি দ্ৰৌপদীয়ে বুজিব পাৰিছিল। সুদেষ্ণাই দ্ৰৌপদীৰ চকুলৈ চাই থমকি ৰৈছিল। মনে মনে সুদেষ্ণাই পুনৰবাৰ যেন নিজকে যেন সুধিছিল—কোন এই গৰাকী অপৰূপা নাৰী। কোন সেই শক্তিমন্ত গন্ধৰ্ব স্বামী। কি উদ্দেশ্যত কিবা এক গোপন কাৰণত এই নাৰীয়ে আশ্ৰয় বিচাৰি এই ৰাজ্যত উপস্থিত হৈছিল।

অনেক নুবুজা কথাৰ সাঁথৰে ৰাণী সুদেষ্ণাৰ মন খেলিমেলি কৰি পেলাইছিল। মনে মনে ভাবিছিল যে এই নাৰীৰ নিশ্চয় এক গোপন পৰিচয় লুকাই আছে।

দ্ৰৌপদীয়ে ৰাণী সুদেষ্ণাৰ কথা শুনি কিছুপৰ মৌন হৈ ৰৈছিল। ৰাণীৰ সমুখত দ্ৰৌপদীয়ে কৈছিল যে আৰু মাত্ৰ কেইটামান দিনৰ পিছতে ব্ৰত শেষ হ'ব আৰু তেতিয়াই গন্ধৰ্ব স্বামী কেইজন আহি উপস্থিত হ'ব।

সকলো বিপদমুক্ত হৈ দ্ৰৌপদীয়ে ৰাজ অন্তেষপুৰৰ বাহিৰে ভিতৰে বিচৰণ কৰিছিল নিৰ্ভয়ে। প্ৰতিটো দিন দ্ৰৌপদীয়ে আঙুলিৰ মূৰত গণি চাইছিল। তেতিয়াও অজ্ঞাতবাস শেষ হ'বলৈ আৰু কেইবাটাও দিন বাকী আছিল।

নৈৰ ঘাটলৈ অকলেই দ্ৰৌপদীয়ে স্নান কৰিবলৈ গৈছিল। মুকলি আকাশখনৰ ফালে দ্ৰৌপদীয়ে থৰ লাগি চাহি আছিল। পুৱাৰ ৰ'দজাকে দ্ৰৌপদীৰ সমগ্ৰ দেহটোকে স্পৰ্শ কৰিছিল। দ্ৰৌপদীয়ে নৈৰ পৰা পানী এচলুতুলি লৈছিল। আঙুলিৰ ফাকেদি সৰি পৰিছিল জিৰজিৰকৈ। ৰ'দজাকত তিৰবিৰাই উঠিছিল নৈৰ স্ফীত বুকুখন। সূৰ্যক প্ৰণাম জনাই দ্ৰৌপদী উঠি আহিছিল পাৰলৈ।

নিজকে লুকুৱাই ৰখাৰ বাবে সৈৰিন্ধ্ৰী হৈ দ্ৰৌপদীয়ে বিৰাট ৰজাৰ অন্তেষপুৰত বন্দী জীৱনে কটাইছিল। প্ৰতিটো দিনতেই দ্ৰৌপদীয়ে ধৈৰ্যশীলা হৈ ৰাণী সুদেষ্ণাৰ কামবোৰ নিয়াৰিকৈ কৰিছিল। দ্ৰৌপদী যেন বসুমতীৰ দৰেই ইমান যাতনাৰ মাজতো সহনশীল হৈ পৰিছিল।

দ্ৰৌপদীয়ে অকলে থকা সময়ছোৱাত নিজৰ কথা ভবাৰ উপৰিও পঞ্চ পাণ্ডৱৰ দুৰ্বিসহ জীৱনৰ বিস্ময়কৰ কথাবোৰ চিন্তা কৰি চকুপানী টুকিছিল। মাজে মাজে দ্ৰৌপদীৰ মনৰ মাজত ক্ৰোধ আৰু প্ৰতিশোধৰ ভাৱনাবোৰ প্ৰচণ্ড ধুমুহাৰ শব্দৰ দৰে বিক্ষিপ্ত হৈ পৰিছিল। সমগ্ৰ কুৰু বংশক ধ্বংস কৰাৰ বাসনাই দ্ৰৌপদীক অস্থিৰ কৰি তুলিছিল।

তথাপি, পঞ্চপাণ্ডৱৰ সত্য-ধৰ্ম ৰক্ষাৰ পথত আৰু প্ৰতিজ্ঞা পূৰণৰ ক্ষেত্ৰত বিৰাট ৰজাৰ ওচৰত আশ্ৰয় বিচাৰি পোৱাত দ্ৰৌপদীয়ে মনে মনে ৰজা-ৰাণী সকলোলৈকে কৃতজ্ঞতা জনাইছিল। খন্তেকৰ বাবে দুখ-বেদনাখিনি পাহৰি দ্ৰৌপদীয়ে নাৰীহৃদয়ৰে জুকিয়াই লৈছিল দয়া, ক্ষমা আৰু মমতাখিনি।

আবেলিৰ বেলি লহিয়াইছিল। বতাহত কঁপিছিল গছৰ সেউজখিনি। দ্ৰৌপদীয়ে অলিন্দত বৈ নাচঘৰৰ পৰা ভাঁহি অহা নৃত্য-গীতৰ সুৰ-ছন্দৰ কঁপনি শুনিছিল। জুনুক-জুনুক নুপুৰৰ ধ্বনিত দ্ৰৌপদীৰ মনৰ সপোনবোৰে পাখিমেলি উঠিছিল। যৌৱনে আমনি কৰিছিল। প্ৰেমৰ ৰূপ-তৃষ্ণাৰে। দ্ৰৌপদীৰ বুকুৰ মাজত বন্দী বিহংগমে চটফটাইছিল এখন বহল আকাশ বিচাৰি।

জাক পাতি আকাশৰ বুকু ফালি উৰি যোৱা চৰাইৰ কল-কাকলিত সৰি পৰা সন্ধিয়াৰ চকামকা পোহৰখিনিয়ে দ্ৰৌপদীৰ চকুৱে-মুখে সাৱটি ধৰিছিল। দ্ৰৌপদীৰ চকুত অস্পষ্ট হৈ পৰিছিল আকাশখন। এন্ধাৰে আজুৰি পেলাইছিল গছ-গছনিৰ ডালে-পাতে, নৈ-নিজৰাৰ কাষে কাষে উমালি ফুৰা দিনৰ ৰ'দজাক।

দ্ৰৌপদীয়ে নিশাৰ অন্ধকাৰখিনি সাৱটি মনে মনে প্ৰাৰ্থনা কৰিছিল আগন্তুক দিনটোৰ বাবে। নিশাটো পাৰ হলে নতুন এটা প্ৰভাতৰ পোহৰে যেন কাণে কাণে কৈ গৈছিল আৰু মাথো কেইটামান দিন বাকী।

নিশাৰ নীৰৱতাৰ বুকুত দুখ-বেদনাৰে ভৰা দিনবোৰ নৈৰ পলসত পোত যোৱা উৰ্বৰতাখিনিৰ দৰে পৰি ৰৈছিল। পলসত গাজি উঠিব আগন্তুক দিনৰ পোহৰৰ মুখবোৰ। ●

  

ওৰে নিশা দ্ৰৌপদীৰ টোপনি অহা নাছিল। বনবাসীৰ সাজ পিন্ধি যিদিনাই পঞ্চপাণ্ডৱৰ সৈতে দ্ৰৌপদী ৰাজপ্ৰসাদৰ পৰা ওলাই আহিছিল সিদিনাৰ পৰাই কোনো নিশাই দ্ৰৌপদীয়ে শান্তিৰে শুব পৰা নাছিল।

যোৱা নিশাটো দ্ৰৌপদীৰ বাবে এক ব্যতিক্ৰম আছিল। ৰাণী সুদেষ্ণাৰ অনুগ্ৰহত যিটো কোঠাত দ্ৰৌপদীয়ে আশ্ৰয় লৈছিল সেই কোঠাটোৰ অন্ধকাৰখিনিৰ মাজত দ্ৰৌপদীৰ অন্তৰত খুপ খাই থকা সমস্ত বেদনাখিনি আকৌ এবাৰ গৰজি উঠিছিল।

এজাক পোহৰৰ প্ৰত্যাশাত নতুন এটা জীৱনৰ আশাত উৎকণ্ঠিত হৈ পৰা দ্ৰৌপদীৰ অশান্ত মনত এৰি অহা জীৱনৰ সমস্ত কথাবোৰে দ্ৰৌপদীক অধিক চিন্তিত কৰি তুলিছিল। ইমান দিনে ভাবি অহা প্ৰতিজ্ঞা পূৰণৰ চিন্তাই দ্ৰৌপদীক উত্তেজিত কৰিছিল।

ধৰ্মৰাজ যুধিষ্ঠিৰে বাৰু এইবাৰ সঁচাকৈয়ে মুখামুখি হ'ব পাৰিবনে বাস্তৱ-জীৱনৰ স'তে। আকৌ ধৰ্মৰ দোহাই দি সত্য বাক্য পালন কৰিবৰ বাবে ক্ষত্ৰিয় ধৰ্ম পৰিত্যাগ কৰিব। মহাবলী ভীমে নিজৰ প্ৰতিজ্ঞা পূৰণৰ বাবে গৰজি উঠিবনে। দেৱৰাজ ইন্দ্ৰৰ সমতুল্য মহাবীৰ অৰ্জুনে অন্ধৰাজ ধৃতৰাষ্ট্ৰৰ পাপিষ্ঠ  পুত্ৰসকলক যথোচিত শাস্তি দিবলৈ সংহাৰ মূৰ্ত্তি ধাৰণ কৰিবনে।

উজাগৰী ৰাতিটোৰ অন্ধকাৰৰ মাজত ভৱিষ্যত জীৱনৰ চিন্তাত দ্ৰৌপদীৰ নাৰী মন কঠিনতৰ হৈ পৰিছিল। কৌৰৱৰ ৰাজ সভাত লাঞ্ছিত হোৱা ঘটনাৰ স্মৃতিয়ে দ্ৰৌপদীক ভোকাতুৰ বাঘৰ দৰে ক্ৰুদ্ধ কৰি তুলিছিল। দ্ৰৌপদীৰ মনত পৰিছিল— কেনেকৈ যজ্ঞবেদীত দ্ৰৌপদীৰ জন্ম হৈছিল আৰু কুৰু বংশ ধ্বংসৰ বাবে দ্ৰৌপদীয়ে কিমান দুখ যাতনা, লাঞ্ছনা-গঞ্জনা সহিব লগীয়া হৈছিল

দ্ৰৌপদীয়ে নিজে গম পোৱা নাছিল—কেনেকৈ দ্ৰৌপদীৰ দুচকুত জ্বলি উঠা প্ৰতিশোধৰ দাবানলে নিশাটোৰ অন্ধকাৰখিনি পুৰি নিছিল।

পুৱাৰ পোহৰখিনিয়ে নগৰখনৰ দুৱাৰ-খিৰিকীবোৰ খুলি দিছিল। দ্ৰৌপদীৰ শোৱনি কোঠাৰ খিৰিকীত জাঁহি উঠিল এজাক পোহৰ।

বহুতো বছৰৰ পিছত যেন দ্ৰৌপদীৰ এই পুৱাটোক খুব ভাল লাগিছিল। দ্ৰৌপদীৰ পদুম পাহিৰ দৰে চকুযুৰিত পুৱাৰ পোহৰখিনি জিৰিবাই উঠিছিল। অনেক নোকোৱা কথাই যেন পোহৰখিনিত গুণগুনাইছিল।

নৈখনৰ পানীলৈ দ্ৰৌপদী নামি গৈছিল।

একান্তমনে দ্ৰৌপদীয়ে নৈৰ সোঁতলৈ চাই আছিল। সোঁতে সোঁতে উটি গৈছিল নিশাৰ অন্ধকাৰৰ বিষাদখিনি।

দ্ৰৌপদীয়ে সূৰ্য প্ৰণাম কৰিলে আৰু স্নান কৰি নিশাৰ অৱসাদখিনি আঁতৰাই পেলালে। নৈৰ পাৰলৈ উঠি অহাৰ পিছত এজাক কোমল বতাহে দ্ৰৌপদীৰ শৰীৰটো শীতল কৰি পেলালে।

পঞ্চপাণ্ডৱৰ লগতে কথা বতৰা হ'ল। আটাইকেইজনে আত্মগোপনৰ সকলো সাজ সোলোকাই নতুন সাজ পিন্ধি ল'লে। দ্ৰৌপদীয়ে নতুন সাজযোৰ পৰিধান কৰি লৈ থমকি ৰ'ল। চকুযুৰি সেমেকি উঠিল। দ্ৰৌপদীয়ে পঞ্চ পাণ্ডৱৰ ফালে চাই ৰ'ল। ধৰ্মৰাজ যুধিষ্ঠিৰে ব্ৰাহ্মণৰ সাজ সলাই পেলালে।

একেদৰে ভীম, অৰ্জুন, নকুল আৰু সহদেৱেও নকল পোছাকবোৰ খুলি বীৰ বেশেৰে নিজকে প্ৰকাশ কৰিলে।

কিবা এক অজান আনন্দ আৰু আশাত দ্ৰৌপদীৰ মন নাচি উঠিল। পঞ্চ পাণ্ডৱক আতৰ ৰূপত দেখা পাই দ্ৰৌপদীৰ চকুত উজ্বলি উঠিল আগন্তুক দিনৰ এক ভয়ংকৰ ছবি। দ্ৰৌপদীয়ে যেন বতাহতে শুনিবলৈ পাইছিল ভীমৰ গদাৰ আঘাতত ধৰাশায়ী হোৱা দুৰ্যোধন,দুঃশাসন আদিৰ চীৎকাৰ,অৰ্জুনৰ গাণ্ডীৱ ধনুৰ টংকাৰ।

দ্ৰৌপদীয়ে ন সাজ পিন্ধি ল'লে।

আটাইকেইজন বিৰাট ৰজাৰ ৰাজসভাৰ ফালে আগুৱাই গৈছিল। বিৰাট ৰজাৰ ৰাজসিংহাসনত ধৰ্মৰাজ যুধিষ্ঠিৰৰ সৈতে দ্ৰৌপদীয়ে ৰজা-ৰাণীৰ দৰে উপবিষ্ট হ'ল।

হঠাৎ সকলো কথাই সলনি হৈ গ'ল।

পঞ্চপাণ্ডৱে নিজৰ পৰিচয় প্ৰকাশ কৰাৰ লগে লগে বিৰাট ৰজাই কৰযোৰে প্ৰণিপাত জনাই সমস্ত দোষ মাৰ্জনা কৰাৰ বাবে প্ৰাৰ্থনা জনালে। পঞ্চ পাণ্ডৱক স্বচক্ষে দেখা পাই বিৰাট ৰজাই আত্মসন্তুষ্টিৰ প্ৰকাশ কৰিলে। এটা আনন্দময় পৰিবেশত বিৰাট ৰজাৰ সৈতে পঞ্চ পাণ্ডৱৰ আত্মীয়তা নিবিড় হৈ পৰিল।

বিৰাটৰ কন্যা উত্তৰাৰ সৈতে সুযোগ্য পুত্ৰ অভিমন্যুৰ বিবাহৰ আয়োজন চলিল। দ্বাৰকাৰ পৰা কৃষ্ণ আৰু বলোৰামৰ লগতে যদু বংশৰ সকলো আহি উপস্থিত হ'লহি।

এনে এক পৰিবেশত দ্ৰৌপদীয়ে কৃষ্ণক লগ পাই খন্তেকৰ বাবে দুখ-বেদনাৰে ভৰা দিনবোৰৰ কথা পাহৰি গৈছিল। দুখ-বেদনাৰ কথাবোৰ পাহৰি গ'লেও পঞ্চপাণ্ডৱ আৰু দ্ৰৌপদীৰ প্ৰতি কৰা কৌৰৱ সকলৰ অন্যায় অবিচাৰবিনি আৰু পঞ্চ পাণ্ডৱৰ ভীষণ প্ৰতিজ্ঞাবিনি দুগুণ প্ৰকাশ কৰি দ্ৰৌপদীয়ে কৃষ্ণৰ আগত ব্যক্ত কৰিছিল।

দ্ৰৌপদীৰ অন্তৰৰ সকলো গোপন কথা শ্ৰীকৃষ্ণই উপলব্ধি কৰিব পাৰিছিল। পঞ্চপাণ্ডৱৰ সৈতে আলোচনা কৰাৰ উপৰিও শ্ৰীকৃষ্ণই দ্ৰৌপদীক প্ৰবোধ দি কৈছিল যে পঞ্চ পাণ্ডৱৰ প্ৰতিজ্ঞা পূৰণৰ দিনবোৰ চমু চাপি আহিছিল। অচিৰেই যে এখন ভাৰত সমৰ ঘটিব সেইকথা শ্ৰীকৃষ্ণৰ মুখৰ পৰা জানিব পাৰি দ্ৰৌপদীৰ নাৰী মনৰ মাজত গোপন হৈ থকা প্ৰতিশোধৰ চিন্তাৰ কোঁহে কোঁহে বিজড়িত হৈ পৰিছিল।

পঞ্চ পাণ্ডৱৰ সৈতে দ্ৰৌপদীয়ে বনবাস আৰু অজ্ঞাতবাসৰ সময়ছোৱা পাৰ কৰি দিব পাৰি মনবোৰ পাতল অনুভৱ কৰিছিল। বিৰাট ৰজাৰ ৰাজসভালৈ উভতি আহিছিল মুক্ত জীৱনৰ আনন্দখিনি সাৱটি।

আবেলিৰ বতাহজাকে দ্ৰৌপদীৰ মনৰ কথাখিনি যেন কঢ়িয়াই লৈ গৈছিল দূৰ দিগন্তৰ কাষলৈ। অলপ পোহৰ অলপ এন্ধাৰত মিহলি হৈ গৈছিল দ্ৰৌপদীৰ দুচকুৰ দৃষ্টিখিনি। মাজে মাজে শূণ্যতে উটি-ভাহি ফুৰা চপৰা-চপৰা কলা মেঘবোৰে ঢাকি ধৰিছিল ফৰকাল আকাশখনক।

কিছু পৰৰ পিছত নিশাৰ অন্ধকাৰখিনি নামি আহি দিনৰ পোহৰখিনিক গিলি পেলাইছিল। আকাশখনত তৰাবোৰ উজলি উঠা নাছিল। গোটেই আকাশখনেই গোমা হৈ পৰিছিল।

দ্ৰৌপদীয়ে অনুমান কৰিছিল বিজুলী-গাজনিৰে এজাক বৰষুণ নামি আহিব।

আহক। এজাক বৰষুণ নামি আহক। বৰষুণৰ পানীয়ে উটাই নিয়ক পৃথিৱীখনক। দুখ-ভাগৰখিনি শেষ হৈ যওক।

দ্ৰৌপদীয়ে চকু মুদি তেনেকৈয়ে ভাবিছিল।



অজ্ঞাতবাসৰ দিন উকলি যোৱাৰ পিছত দ্ৰৌপদীৰ মন উৎকণ্ঠাৰে ভৰি পৰিছিল। সত্য ধৰ্ম পালন কৰা পঞ্চপাণ্ডৱৰে কৌৰৱ সকলৰ অন্যায়ৰ বিৰুদ্ধে সাহসেৰে মাত মাতিব পাৰিবনে নোৱাৰিব, পঞ্চ পাণ্ডৱে ন্যায্য প্ৰাপ্যখিনি পাব নে নাপাব, ধৃতৰাষ্ট্ৰৰ পাষণ্ড পুত্ৰ সকলক উপযুক্ত শাস্তি দিবৰ বাবে পাণ্ডৱসকলে যুদ্ধত অৱতীৰ্ণ হ'বনে নহ'ব, কুৰু-পাণ্ডৱৰ মাজত যদি যুদ্ধ হয় তেতিয়াহ'লে কোনে কোনে কাৰ পক্ষ ল'ব, ভীষ্ম, দ্ৰোণাচাৰ্য আদি মহা ধাৰ্মিক সকলে ধৰ্ম আৰু ন্যায়ৰ বিৰুদ্ধে যুদ্ধ কৰিবনে নকৰিব ইত্যাদি চিন্তাবোৰে দ্ৰৌপদীৰ মন অশান্ত কৰি তুলিছিল।

দ্ৰৌপদীয়ে কৌৰৱসকলৰ পৰা পোৱা অপমান, লাঞ্ছনা আদিৰ কথা সুঁৱৰিছিল আৰু তেওঁৰ পঞ্চপতি পাণ্ডৱে যি ভীষণ প্ৰতিজ্ঞা কৰিছিল সেয়া পূৰণ কৰি দ্ৰৌপদীৰ অন্তৰত জ্বলি থকা জুইকুৰা নুমুৱাব পাৰিবনে—সেই কথাবোৰ ভাবি অস্থিৰ হৈ পৰিছিল। দ্ৰৌপদীৰ অশান্ত মনৰ মাজত বাঢ়ি গৈছিল উৎকণ্ঠা আৰু উদ্বিগ্নতাখিনি।

প্ৰতি দিনেই দ্ৰৌপদীয়ে গম পাইছিল সমৰ প্ৰস্তুতিৰ সকলো খবৰ। দ্ৰৌপদীয়ে মনে মনে আশংকা কৰিছিল যে পাণ্ডৱসকলে যেন কোনোবাখিনিত থমকি ৰ'ব খুজিছে। কৌৰৱ সকলৰ ইমান অন্যায়-অবিচাৰৰ পিছত আৰু পাণ্ডৱ সকলে কপট পাশা খেলৰ পৰিণাম স্বৰূপে ইমানখিনি দুৰ্ভোগ ভুগিব লগাৰ পিছত পাণ্ডৱ সকল মুখত শান্তিৰ কথা শুনিবলৈ দ্ৰৌপদীয়ে ইচ্ছা নকৰিছিল।

পাণ্ডৱ সকলে তেওঁলোকৰ পৰম বান্ধৱ শ্ৰীকৃষ্ণৰ সৈতে আলোচনা কৰিছিল। যুধিষ্ঠিৰ, ভীম, অৰ্জুন আৰু নকুলে ভৰতবংশৰ ৰক্ষাৰ বাবে শান্তি স্থাপনৰ কথাতেই গুৰুত্ব দিছিল। ধৰ্মৰাজ যুধিষ্ঠিৰে মাথোন পাঁচখন গাওঁ বিচাৰিলে আৰু তাতেই সন্তুষ্ট হোৱাৰ কথা প্ৰকাশ কৰিছিল। কিন্তু, সহদেৱে দুৰ্যোধন, দুঃশাসন আদিৰ অত্যাচাৰ-অন্যায়ৰ কথাবোৰ সুঁৱৰি কৌৰৱৰ সৈতে যুদ্ধ কৰা মত প্ৰকাশিছিল।

দ্ৰৌপদীয়ে পঞ্চ পাণ্ডৱৰ শান্তিৰ কথাবোৰ সহজে মানি ল'ব পৰা নাছিল। মনে মনে ভাবিচিল যে ভীম আৰু অৰ্জুনে বাৰু কেনেকৈ পাহৰি গৈছিল অতীততে কৌৰৱে পাণ্ডৱৰ বিপক্ষে কৰা অতবোৰ অন্যায়-অবিচাৰৰ কাৰ্যকলাপ! এনেবোৰ কথাত দ্ৰৌপদীৰ অন্তৰ যেন দুখত ভাগি পৰিছিল। দ্ৰৌপদীয়ে ঘনে ঘনে সুঁৱৰিছিল কৌৰৱৰ ৰাজসভাত দুৰ্যোধন, দুঃশাসনে কিদৰে দ্ৰৌপদীক অপমান কৰিছিল! সেই সময়ত যদি কৃষ্ণই ৰক্ষা নকৰিলেহেঁতেন পঞ্চ পাণ্ডৱে ৰক্ষা কৰিব পাৰিলেহেঁতেন ? ধৰ্মৰাজে কি যুক্তিত নিজৰ পত্নীক বাৰু পাশা খেলৰ পণ ৰাখিছিল!

দ্ৰৌপদীৰ চকু দুটা ৰঙা হৈ পৰিছিল—অতিশয় খং আৰু ক্ষোভত। দ্ৰৌপদীয়ে নিজৰ জন্মৰ কথা সুঁৱৰিছিল।

শ্ৰীকৃষ্ণই দ্ৰৌপদীৰ বিষাদ ভৰা মনৰ কথাবোৰ উপলব্ধি কৰিব পাৰিছিল। দ্ৰৌপদীয়েও শ্ৰীকৃষ্ণৰ আগত মনৰ বেদনাখিনি উজাৰি সকলো কথা প্ৰকাশ কৰিছিল। পঞ্চস্বামী পাণ্ডৱক কি দৰে কৌৰৱে অধিকাৰ লাভৰ পৰা বঞ্চিত কৰিছিল, দুৰ্গম অৰণ্যৰ মাজে মাজে সকলো ৰাজসুখ ত্যাগ কৰি অন্যায়-অবিচাৰৰ বলি হৈ কিদৰে ঘুৰি ফুৰিব লগীয়া হৈছিল সেই দুখৰ অতীতটো দাঙি দ্ৰৌপদীয়ে আবেগ আৰু প্ৰতিশোধৰ ভাবেৰে শ্ৰীকৃষ্ণৰ আগত কৈছিল।

দ্ৰৌপদীৰ কথাবোৰ শুনিয়াই শ্ৰীকৃষ্ণই অনুভৱ কৰিছিল যে জগতৰ

এইবাকী সাধ্বী নাৰীৰ অভিশাপতেই কুৰুকুলৰ ধ্বংস অনিবাৰ্য। অচিৰেই দ্ৰৌপদী আৰু পঞ্চপাণ্ডৱৰ প্ৰতি অবিচাৰ কৰা ধৃতৰাষ্ট্ৰৰ শাখত পুত্ৰসকলৰ নিধন হোৱাৰ কথা শ্ৰীকৃষ্ণই প্ৰকাশ কৰি দ্ৰৌপদীক সান্ত্বনা দিছিল।

প্ৰচণ্ড ধুমুহাই কোবাই যোৱা এজোপা প্ৰকাণ্ড গছৰ দৰে দ্ৰৌপদী স্থিত প্ৰজ্ঞা হৈ থমকি ৰ'ল।

একেলগে নিশাৰ আহাৰ গ্ৰহণ কৰি পঞ্চপাণ্ডৱে চ'ৰা ঘৰত বহিছিল। প্ৰত্যেকৰ চকুত ভাঁহি আহিছিল কেৱল নীৰৱতাখিনি। নীৰৱতা ভংগ কৰি দ্ৰৌপদীয়ে গভীৰ উদ্বেগ আৰু উৎকণ্ঠাৰে পঞ্চ পাণ্ডৱক প্ৰতিজ্ঞা পূৰণৰ কথাবোৰ সোঁৱৰাই অধিকাৰ লাভৰ বাবে কেনেদৰে প্ৰস্তুত হৈছিল তাকেই জানিবলৈ বিচাৰিছিল।

দ্ৰৌপদীয়ে পঞ্চপাণ্ডৱক অতীতৰ দুখ-যাতনাৰ কথাবোৰ কৈছিল। দ্ৰৌপদীৰ মনৰ মাজত হেঁচা খাই থকা প্ৰচণ্ড ক্ষোভৰ শব্দবোৰে বেগৱতী নদীৰ ধাৰৰ দৰে ভাঙি-ছিঙি বৈ আহিছিল। প্ৰায় সংযম হেৰুৱাই দ্ৰৌপদীয়ে পঞ্চপতিক কৈছিল যে ক্ষত্ৰিয়ৰ ধৰ্ম বীৰত্বৰ মাজতহে। সত্য-ধৰ্ম পালন কৰাৰ বাবে নিজৰ শক্তিক বিসৰ্জন দিয়াতো যে কোনো ক্ষত্ৰিয়ৰ গৌৰৱ হ'ব নোৱাৰে সেই কথা দ্ৰৌপদীয়ে নিৰ্ভীকভাৱে পঞ্চপাণ্ডৱৰ সমুখত প্ৰকাশ কৰিছিল।

পঞ্চপাণ্ডৱে দ্ৰৌপদীৰ নাৰী অন্তৰত জাগ্ৰত হোৱা অজেয় শক্তিৰ ৰুদ্ৰ ৰূপ দেখিবলৈ পাইছিল। পঞ্চপাণ্ডৱৰ মনত পৰিছিল দুৰ্যোধনহঁতে দ্ৰৌপদীক কৰা লাঞ্ছনাৰ কথাবোৰ। দ্ৰৌপদীক সান্ত্বনা দিবৰ বাবে পঞ্চ পাণ্ডৱেৰ কৌৰৱৰ বিপক্ষে যুদ্ধ কৰাৰ দৃঢ় মনোভাৱখিনি দাঙি ধৰিছিল।

পঞ্চপাণ্ডৱৰ অন্তৰত প্ৰতিজ্ঞা পূৰণৰ ভাৱখিনি জগাই দি দ্ৰৌপদীয়ে মনে মনে আশ্বস্ত হ'ব পাৰিছিল। আসন্ন যুদ্ধ ক্ষেত্ৰত পঞ্চপাণ্ডৱৰ অসীম বীৰত্বৰ কল্পনা কৰি দ্ৰৌপদীয়ে সংগোপনে নাৰী জীৱনৰ ৰহস্যময় ৰূপটো নিজৰ মাজত দেখিবলৈ পাইছিল।

তেতিয়া নিশা গভীৰ হৈ পৰিছিল।

নিসংগতাই দ্ৰৌপদীৰ অস্থিৰ মনক আৱৰি ধৰিছিল। কিবা পোৱাৰ অভিলাষত দ্ৰৌপদী উদ্বিগ্ন হৈ পৰিছিল। দ্ৰৌপদীয়ে নাৰী হৃদয়ৰ উচুপনিখিনি শুনি শুবলৈ চেষ্টা কৰিছিল।।

  

পঞ্চপাণ্ডৱে যুদ্ধৰ বাবে ব্যস্ত হৈ পৰিছিল।

দ্ৰৌপদীয়ে গম পাইছিল যে কুৰু-পাণ্ডৱৰ মাজত এখন ভয়ানক যুদ্ধ হ'ব। সমৰ-প্ৰস্তুতিৰ খবৰে দ্ৰৌপদীৰ মন অধিক দৃঢ়তৰ কৰি তুলিছিল। পঞ্চ পাণ্ডৱৰ শ্ৰীকৃষ্ণই সকলো দিশতে দিহা-পৰামৰ্শ, সহায় আগবঢাইছে বুলি দ্ৰৌপদীয়ে জানিব পাৰিছিল।

এগৰাকী নাৰী হৈয়ো দ্ৰৌপদীয়ে কুৰু-পাণ্ডৱৰ যুদ্ধৰ প্ৰস্তুতিত মনৰ মাজত এক প্ৰচণ্ড শক্তি অনুভৱ কৰিছিল। প্ৰতি মুহূৰ্ত্ততে দ্ৰৌপদীৰ মনটোক পঞ্চপাণ্ডৱৰ যুদ্ধ বিজয়ৰ খবৰে যেন অধীৰ কৰি তুলিছিল।

পঞ্চপাণ্ডৱৰ দূত হিচাপে যোৱা শ্ৰীকৃষ্ণই কৌৰৱৰ ৰাজসভাত যেতিয়া শান্তিৰ প্ৰস্তাৱ আগবঢ়াইছিল তেতিয়া ভীষ্ম, দ্ৰোণাচাৰ্য, কৃপাচাৰ্যই সমৰ্থন দিছিল। কিন্তু, ধৃতৰাষ্ট্ৰৰ মুৰ্খ পুত্ৰবোৰে মদমত্ত হৈ শ্ৰীকৃষ্ণৰ সকলো সজ পৰামৰ্শ প্ৰত্যাখান কৰি পঞ্চ পাণ্ডৱৰ সৈতে যুদ্ধ কৰাৰ মত প্ৰকাশ কৰিছিল। শ্ৰীকৃষ্ণই মুক্তভাৱে পঞ্চ পাণ্ডৱৰ অজেয় শক্তিৰ কথা বৰ্ণনা কৰিছিল আৰু নিজৰ বিশ্বৰূপ প্ৰদৰ্শন কৰি কৌৰৱৰ পুত্ৰ সকলৰ ভৱিষ্যত বিনাশৰ কথা সোঁৱৰাই দিছিল।

হস্তিনাপুৰৰ পৰা শ্ৰীকৃষ্ণ উভতি আহি পঞ্চপাণ্ডৱক সকলো কথা জনাই যুদ্ধৰ আয়োজনৰ সম্পৰ্কে আলোচনা কৰিছিল। যুধিষ্ঠিৰ প্ৰমুখ্যে সকলো কেইজন পঞ্চ পাণ্ডৱে যুদ্ধৰ সেনাপতি নিৰ্বাচনত ব্যস্ত হৈছিল।

শ্ৰীকৃষ্ণৰ পৰামৰ্শ অনুযায়ী ধৃষ্টদ্যুম্নকেই পাণ্ডৱ পক্ষৰ ঘাই সেনাপতি পাতিলে।

দ্ৰৌপদীয়ে মনত পেলাইছিল নিজৰ জন্ম কাহিনীৰ কথাবোৰ আৰু মনে মনে ভাবিছিল কুৰুকুল ধ্বংসৰ বাবেই তেওঁৰ জন্ম হৈছিল যজ্ঞ বেদীত। শিখণ্ডী যে ভীষ্মৰ মৃত্যুৰ কাৰণেই জন্ম লৈছিল সেই কথাও দ্ৰৌপদীয়ে স্মৰণ কৰিছিল।

বনবাস আৰু অজ্ঞাতবাসৰ দুখৰ স্মৃতি বোৰে দ্ৰৌপদীক মুহূৰ্ত্তে মুহূৰ্ত্তে আমনি কৰিছিল। অনেক বিপদ-বিঘিনি পাৰ কৰি অহা দ্ৰৌপদীয়ে সুখৰ জীৱন এটাৰ কথা কল্পনাও কৰিব নোৱাৰা হৈ পৰিছিল। দুখ আৰু বিষাদে যেন দ্ৰৌপদীৰ নাৰী হৃদয়খনক কঠিনৰ পৰা কঠিনতৰ কৰি তুলিছিল। সেইবাবে দ্ৰৌপদীয়ে ভাবিবলৈ বাধ্য হৈছিল যে আগন্তুক মহাভাৰতৰ যুদ্ধৰ

তেওঁ এগৰাকী বীৰাংগনা আৰু পঞ্চপাণ্ডৱৰ ৰক্ত প্ৰৱাহত যেন দ্ৰৌপদীৰ জীৱনৰ সমস্ত ক্ষোভ আৰু বেদনাখিনি মিহলি হৈ আছিল।

নৈখনৰ পাৰৰ নিৰ্জনতাত গছ এজোপাৰ ছাঁত বহি দ্ৰৌপদীয়ে নৈখনৰ বুকুৰেদি সাপৰ দৰে বগুৱাবাই গৈ থকা সোঁতৰ ধাৰাটোলৈ চাই আছিল। সোঁতৰ ধাৰত জিলিকি উঠিছিল গছৰ ডাল-পাতৰ ফাঁকেদি সৰি পৰা ৰ'দজাক।

কিবা এক আকুল আহ্বানত দ্ৰৌপদীৰ মাতৃ-হৃদয়ৰ ভিতৰখন বিয়াকুল হৈ পৰিছিল। দ্ৰৌপদীৰ অন্তৰখনক পুত্ৰ-স্নেহৰ চিন্তা-ভাৱনাই শূন্য কৰি পেলাইছিল। ইমান বছৰে দ্ৰৌপদীয়ে কাকো ওচৰত পোৱা নাছিল। অৰণ্যৰ ভয়-সংশয়ৰ মাজত বনৰীয়া জীৱ-জন্তুবোৰকে নিসংগ জীৱনৰ সংগী হিচাপে ভাবিছিল। কত দিন কত ৰাতি সিংহৰ গৰ্জন,বাঘৰ গোজৰণি শুনি দ্ৰৌপদীয়ে পাহৰি পেলাইছিল সংসাৰৰ মায়া-মোহখিনি। মমতাময়ী নাৰী ৰূপটো লৈ দ্ৰৌপদীয়ে সুখ-সম্ভোগৰ জীৱনটো বিচাৰি যেন নিশাৰ এন্ধাৰখিনিৰ মাজত সাৱটি লৈছিল দুঃস্বপ্নৰে ভৰা সময়বোৰ।

পিঞ্জৰামুক্ত বাঘৰ দৰে দ্ৰৌপদীৰ অন্তৰত গোজৰি আছিল অনাগত দিনৰ জীৱনৰ আকাংক্ষাই। দুৰ্যোধন, দুঃশাসন আদি মদমত্ত পুৰুষৰ সকলো অত্যাচাৰ-অবিচাৰখিনি নিঃশেষ কৰি নাৰী জীৱনৰ মমতাময়ী ৰূপটো প্ৰকাশ কৰিবলৈ দ্ৰৌপদী ভয়ংকৰ হৈ পৰিছিল।

ধৰ্ম ক'ত ! সত্য ক'ত ! এইবোৰ কথাৰ প্ৰকৃতাৰ্থ দ্ৰৌপদীয়ে বুজিব পাৰিছিল। জীৱনৰ পৰম সত্য যেন যৌৱনৰ সমস্ত শক্তিৰ মাজত নিহিত হৈ থকাৰ কথা দ্ৰৌপদীয়ে উপলব্ধি কৰিছিল।

দ্ৰৌপদীৰ সৈতে পঞ্চ পাণ্ডৱে কথা পাতিছিল।

মহাভাৰতৰ যুদ্ধৰ বাবে পঞ্চপাণ্ডৱ সাজু হৈ পৰিছিল। দ্ৰৌপদীক আটাইকেইজনে মনৰ কথাবোৰ খুলি কৈছিল। পঞ্চ পাণ্ডৱৰ চকুয়ে-মুখে বিৰিঙি পৰিছিল যুদ্ধ লিপ্সা। দ্ৰৌপদীৰ মন আৰু হৃদয় কঁপি উঠিছিল কোনেও নেদেখা এজাক ধুমুহাৰ বতাহত। বুকুৰ ভিতৰত সৰি পৰিছিল নুফুলা ফুলৰ পাহিবোৰ। সূৰ্যৰ পোহৰত পৰিবৰ্তন হোৱা বৰষুণৰ নদীৰ দৰে বৰঁলৈ ধৰিছিল বেদনাৰ ধাৰ।

নিদ্ৰাদেৱীৰ কোলাত দ্ৰৌপদী ঢলি পৰিছিল।

এক বিশাল নদীত সাঁতুৰিবলৈ ধৰিছিল। প্ৰচণ্ড সোঁতৰ গতি ফালি পাৰলৈ উঠি আহিছিল। এজাক তেজৰ বৰষুণ দিছিল।..

এটা ভয়লগা সপোন দেখি দ্ৰৌপদীয়ে সাৰ পাইছিল। তেতিয়া ৰাতি পুৱাবলৈ বহুত বাকী।

  

দ্ৰৌপদীৰ অকলশৰে থাকিয়েই ভাল লাগিছিল। অলপ দিনৰে পৰা যুদ্ধ প্ৰস্তুতিৰ কথাবোৰ শুনি শুনি দ্ৰৌপদীৰ মনৰ মাজত তোলপাৰ কৰিছিল উত্তৰবিহীন এজাক প্ৰশ্ন। প্ৰতিটো প্ৰশ্ন দ্ৰৌপদীক অশান্ত কৰি তুলিছিল।

দ্ৰৌপদীয়ে শুনিছিল যে কুৰু-পাণ্ডৱৰ পিতামহ ভীষ্ম এগৰাকী যুদ্ধবিশাৰদ, ধৰ্মপৰায়ণ আৰু অদ্বিতীয় বীৰ। তদুপৰি, ভীষ্মই অমৰ বৰ আৰু ইচ্ছা মৃত্যু লাভ কৰি থৈছিল। তেনেস্থলত ভীষ্মক বাৰু জয় কৰিবলৈ তেওঁৰ পঞ্চপতিৰ কোনজনে সক্ষম হ'ব পাৰিব! মহাৰথী দ্ৰোণাচাৰ্য কুৰু-পাণ্ডৱৰেই গুৰু আৰু সেই গুৰুৰ ওচৰত শিক্ষা লাভ কৰি মহাবলী ভীম আৰু ধনুৰ্দ্ধৰ অৰ্জুনে নিজকে মহাবীৰ হিচাপে পৰিচয় দিব পাৰিছিল।

কৌৰৱ পক্ষৰ অশ্বত্থমা, কৃপাচাৰ্য, কৰ্ণ আদি বীৰসকলৰ কথা ভাবি দ্ৰৌপদীৰ মনত চিন্তা আৰু দুঃচিন্তা বাঢ়িছিল। এই যুদ্ধত পঞ্চ পাণ্ডৱে কৌৰৱসকলৰ অন্যায় অত্যাচাৰ অবিচাৰৰ বিৰুদ্ধে থিয় হৈ জয়লাভ কৰিব পাৰিবনে নোৱাৰিব সেইকথা ভাবি দ্ৰৌপদীৰ মন আৰু হৃদয় অস্থিৰ হৈ পৰিছিল।

এনেবোৰ কথা ভাবি থাকোতে অতীত জীৱনত দ্ৰৌপদীয়ে কৌৰৱসকলৰ পৰা পোৱা লাঞ্ছনা, গঞ্জনা আদি মনত পেলাইছিল। অতীত দিনৰ দুখ আৰু যাতনা ভৰা স্মৃতিবোৰে দ্ৰৌপদীৰ অন্তৰত জ্বলি থকা প্ৰতিশোধ আৰু ভীষণ প্ৰতিজ্ঞাৰ জুইকুৰা পুনৰ দাউদাউকৈ জ্বলাই দিছিল।

কোনেও নেদেখাকৈ দুচকুৰেদি বৈ আহিছিল তপত চকুলো।

দ্ৰৌপদীৰ সমুখৰ বতাহত ভাঁহি উঠিছিল এগৰাকী পৰম-পুৰুষৰ ছবি। হাতত শংখ, চক্ৰ, গদা, পদ্ম লৈ হাঁহি থকা সেই পৰম পুৰুষ গৰাকীক চিনিব পাৰি দ্ৰৌপদীৰ অশান্ত হৈ পৰা হৃদয়খন শাঁত পৰি গৈছিল।

এক গভীৰ আত্মপ্ৰত্যয় আৰু আত্মবিশ্বাসৰ উপলব্ধিয়ে অজানিতে দ্ৰৌপদীৰ হতাশাত হেৰাই যাবলৈ ধৰা মনৰ ভাবনাখিনিক নতুন প্ৰত্যাশাৰে উজ্জ্বলাই তুলিছিল।

দ্রৌপদীয়ে ভাবিছিল যে এই জনাই পৰম পুৰুষ পাণ্ডৱৰ বান্ধৱ শ্ৰীকৃষ্ণ যি জনাই পাণ্ডৱসকলৰ অতীত দিনৰ সকলো দুখ-যাতনাৰ লগৰীয়া হৈ সকলো সময়তে ত্ৰাণ কৰ্তা হৈ আহিছিল। শ্ৰীকৃষ্ণক কেৱল অৰ্জুনৰ সখা বুলিয়েই দ্রৌপদীয়ে ভবা নাছিল, পাণ্ডৱ পক্ষৰে এক অজেয় শক্তি হিচাপে অনুভৱ কৰি আহিছিল।

ভগৱান স্বৰূপ শ্ৰীকৃষ্ণৰ কথাবোৰ চিন্তা কৰি থাকোতে এক গভীৰ আবেগত দ্রৌপদীৰ চকু পানী বাগৰি আহিছিল দুচকুৰেদি। কৌৰৱৰ ৰাজসভাত দুৰ্যোধন, দুঃশাসন আদি ধৃতৰাষ্ট্ৰৰ পাষণ্ড পুত্ৰইঁতে দ্রৌপদীক ৰজস্বলা অৱস্থাত বিৱস্ত্ৰা কৰি অত্যাচাৰ কৰিছিল তেতিয়া শ্ৰীকৃষ্ণই ৰক্ষা কৰিছিল দ্রৌপদীক। বনবাসৰ কালছোৱাৰ সকলো বিপদ-বিঘিনিত শ্ৰীকৃষ্ণই পাণ্ডৱৰ পৰম হিতৈষী হৈ সহায় কৰিছিল আৰু কৌৰৱৰ ৰাজসভাত পাণ্ডৱ পক্ষৰ দূত হৈ এইজনা পাণ্ডৱৰ পৰম বান্ধৱে উচ্চ স্বৰে পঞ্চ পাণ্ডৱৰ শক্তি সামৰ্থ্যৰ কথা ঘোষাণা কৰিছিল।

অতীতৰ স্মৃতিবোৰ অত্যন্ত বেদনাদায়ক হলেও দ্রৌপদীয়ে সেই স্মৃতি ৰোমন্থনৰ মাজত বিচাৰি পাইছিল শ্ৰীকৃষ্ণৰ অসীম শক্তিৰ পৰিচয়। সেইবাবে ভয়ংকৰ যুদ্ধ প্ৰস্তুতিৰ প্ৰাক মুহূৰ্তত কৌৰৱ পক্ষৰ ভীষ্ম, দ্রোণাচাৰ্য আদি যুদ্ধ বিশাৰদ তথা দেৱতাসকলকো পৰাজিত কৰিব পৰা অদ্বিতীয় বীৰসকলৰ কথা ভাবি হতাশাই আগুৰি ধৰা অশান্ত মনৰ মাজত দ্রৌপদীয়ে পঞ্চ পাণ্ডৱৰ প্ৰতিজ্ঞা পূৰণৰ সম্ভাৱনাক সাৱটি লৈ শান্তি পাইছিল।

দ্রৌপদীয়ে নিজৰ অশান্ত মনটোক বুজনি দিবলৈ যেন কৈছিল— নাই, এনে কোনো বীৰ নাই যি এই ভাৰত যুদ্ধত পঞ্চ পাণ্ডৱক পৰাজিত কৰিব পাৰিব। চাই লোৱা সকলোৰ এয়া স্বয়ং ভগবান সত্য প্ৰতিজ্ঞ আৰু ধৰ্মনিষ্ঠ পঞ্চ পাণ্ডৱৰ পৰম সখা ৰূপে থিয় দিছে।

পাণ্ডৱসকলৰ বিজয় বাৰ্তা যেন দ্রৌপদীয়ে চৌদিশে শুনিবলৈ পাইছিল। ভীষণ অন্যায়ৰ বিৰুদ্ধে প্ৰতিশোধ পূৰ্ণ কৰাৰ আকাংক্ষাত দ্রৌপদীৰ মন নাচি উঠিছিল।

কিমান পৰ অৱকাশৰে আছিল দ্রৌপদীয়ে গমকে পোৱা নাছিল। বেলিটো লাহে লাহে পশ্চিমৰ আকাশখনত থমকি ৰৈছিল।

দ্রৌপদীয়ে কাৰোবাৰ আগমন অপেক্ষা কৰিছিল। হয়তো যুদ্ধ প্ৰস্তুতিৰ নতুন বতৰা লৈ পঞ্চ পাণ্ডৱ উভতি আহিব। প্ৰতিটো মুহূৰ্তই দ্রৌপদীৰ বাবে একোটা জটিল প্ৰশ্ন হৈ পৰিছিল।

অজ্ঞাতবাসৰ পিছৰে পৰা দ্ৰৌপদীৰ জীৱনত আন এক অধ্যায়ৰ সূচনা হৈছিল। গভীৰ অৰণ্যে অৰণ্যে বিপদ-বিঘিনি বোজা বান্ধি মনৰ গভীৰত সীমাহীন দুখ-বেদনাৰ জ্বালা-যন্ত্ৰনাৰিনি লৈ অতিবাহিত কৰা সুদীৰ্ঘ বাটটো শেষ হৈছিল আৰু শৰীৰৰ ক্লান্তি আৰু অবসাদখিনি আতৰি গৈছিল যদিও শংকাকুল মনৰ মাজৰ পৰা আগন্তুক দিনৰ সংশয়খিনি মচি পেলাব পৰা নাছিল। মাজে মাজে বিৰাট ৰজাৰ ৰাজ অট্টালিকাৰ ভিতৰত পৰিচাৰিকাসকলৰ আবেষ্টনীৰ মাজত থাকিও দ্ৰৌপদীৰ মন সচকিত হৈ পৰিছিল। দ্ৰৌপদীৰ ব্যথাতুৰ হৃদয়ৰ ভিতৰলৈ সোমাই আহিছিল নিশাৰ নিসংগতাৰ উচুপনি।

মন্দিৰৰ শংখ, ঘন্টাৰ, ধ্বনি কঁপি কঁপি দূৰণিৰ পাহাৰটোৰ শিলত ঠেকা খাইছিল। পুৰোহিতৰ মন্ত্ৰপাঠৰ উচ্চাৰিত শব্দবোৰ ভাঁহি আহিছিল বতাহত। দ্ৰৌপদীয়ে কাণ পাতি শুনিছিল।

কিবা এক বুজাব নোৱাৰা শিহৰণত দ্ৰৌপদীৰ সৰ্বাংগ শৰীৰৰ সিৰাই সিৰাই বৈ গৈছিল যৌৱনৰ মাদকতাখিনি।

নীড়মুখী এজাক চৰাইৰ কল কাকলিত সৰি পৰিছিল আকাশৰ পৰা এজাক এন্ধাৰ। এন্ধাৰত হেৰাই গৈছিল চৰাইজাকৰ পাখিয়ে কোবাই যোৱা আকাশখন।

দ্ৰৌপদীয়ে অনুভৱ কৰিছিল বুকুৰ মাজত হেৰাই যাবলৈ ধৰা প্ৰেমৰ চৰাইজাকৰ নিস্তব্ধতাখিনি।

কেতিয়া বাৰু চৰাইজাকে আকৌ মুখৰিত কৰি তুলিব নতুন সপোন এজাক ঠোঁটত লৈ! দ্ৰৌপদীয়ে আপোন পাহৰি পোহৰত চকু দুটা থাপি বৈ আছিল গোটেই দিনটো।

  

পুবাৰ ৰ'দজাক মুখত লৈ দ্ৰৌপদীয়ে চাই আছিল সমুখলৈ

এখন ব্যস্ত পৃথিৱী।

সকলোতে যুদ্ধৰ প্ৰস্তুতি।

শাৰী শাৰীকৈ বীৰ যুদ্ধাসকলে ধনু-কাঁড়, যাঠি, গদা লৈ আগবাঢ়ি গৈছিল। ঘৰ-ঘোঁৱাই টনা অস্ত্ৰ-শস্ত্ৰৰ গাড়ীবোৰ, গভীৰ বোজেৰে হাতী, ঘোঁৰা আদিত উঠি বীৰ সৈনিকসকল আগুৱাই গৈছিল কুৰুক্ষেত্ৰ সমৰলৈ।

দ্ৰৌপদীয়ে গম পাইছিল পাণ্ডৱ পক্ষৰ ফালৰ সেনাপতি হৈছিল ধৃষ্টদ্যুম্ন। দ্ৰৌপদীয়ে ককায়েক ধৃষ্টদ্যুম্ন পাণ্ডৱৰ ফালৰ সেনাপতি হৈ যুঁজলৈ যোৱাত অতিশয় আনন্দিত হৈছিল। পঞ্চ পাণ্ডৱেও সমৰ্থন জনাইছিল আনন্দেৰে।

ভাগে ভাগে সেনাবোৰক সজাই লৈ পাণ্ডৱ পক্ষৰ ৰজা, দ্ৰুপদ, মৎস্য দেশৰ বিৰাট, শিখণ্ডী, সাত্যকি, চেকিতান আদি যুদ্ধ বিশাৰদ মহাবীৰ সকল উৎফল্লিত হৈ যুদ্ধ যাত্ৰাৰ বাবে সাজু হৈছিল।

দ্ৰুপদ পুত্ৰ শিখণ্ডীক যুঁজৰ বেশত দেখি দ্ৰৌপদীৰ মনত পৰিছিল – শিখণ্ডী ভীষ্ম বধৰ বাবেই দ্ৰুপদৰ ঘৰত জন্ম লভিছে।

সকলোৰে দেহত যুদ্ধৰ সাজ-পোছাক দেখি দ্ৰৌপদীৰ শৰীৰ আৰু মন কঁপি উঠিছিল এক অজান আশংকা মিহলি গভীৰ চিন্তাত। ভীষণ ব্যস্ততাৰ মাজতো দ্ৰৌপদীয়ে মনে মনে অনুভৱ কৰিছিল কৰবাত যেন পৰ্বত-পাহাৰবোৰ খহিবলৈ ধৰিছিল, আকাশৰ পৰা তেজৰ বৰষুণ পৰিছিল, যেনি তেনি উটি গৈছিল নৈৰ সোঁতত মানুহৰ মৃতদেহবোৰ।

পঞ্চ পাণ্ডৱে যি ভীষণ প্ৰতিজ্ঞা কৰিছিল সেই প্ৰতিজ্ঞা পূৰণৰ বাবে বাৰে বাৰে সকিয়াই দিয়া দ্ৰৌপদীৰ মনৰ মাজত আকৌ যেন কিবা এটা পোৱা নোপোৱাৰ বেদনাত উচুপি উঠিছিল। বনবাসী জীৱনে যেন দ্ৰৌপদীক মানুহৰ মাজৰ পৰা আঁতৰাই আন এক নিৰিবিলি জগতত জীয়াই থকাৰ বাবে হাত বাউলি মাতিছিল।

কোনেও নজনাকৈয়ে শ্ৰীকৃষ্ণক লগ পাই যুদ্ধৰ শেষত কি হ'ব সেই কথাৰ সন্দেহ ল'বলৈ দ্ৰৌপদীৰ মন উদ্বিগ্ন হৈ পৰিছিল। কিন্তু, সকলো সময়তেই শ্ৰীকৃষ্ণই যাদৱ বীৰ সকলক লগত লৈ পঞ্চ পাণ্ডৱৰ সমৰ প্ৰস্তুতিত বিশেষ দৃষ্টি দিয়া দেখা পাইছিল। তথাপি দ্ৰৌপদীয়ে প্ৰতিটো নিশা পঞ্চ পাণ্ডৱৰ সৈতে মিলিত হৈ যুদ্ধৰ আয়োজনৰ কথাবোৰকে আলোচনা কৰিছিল। এগৰাকী নাৰী হৃদয়ত গোপনে সাঁচি থোৱা বিষাদ-বেদনাৰে ভৰা স্মৃতিবোৰে যেন দ্ৰৌপদীক অনেক কথাকেই কৈছিল। যিবোৰ কথাৰ মাজত দ্ৰৌপদীৰ মনৰ ধৈৰ্যৰ বান্ধ মাজে মাজে খুলি পেলাইছিল।

যেতিয়াই অৱকাশৰে দ্ৰৌপদীয়ে থাকিব লগীয়া হৈছিল তেতিয়াই যেন কোনোবাই কৈছিল – কোনো নাৰীয়েই ধ্বংসৰ প্ৰতীক নহয় ; সৃষ্টিৰ সম্ভাবনাৰ এক শক্তিশালী শক্তি মাথোন। দ্ৰৌপদীয়ে নিজৰ জন্ম-ৰহস্যৰ কথা স্মৰণ কৰিছিল।

যুদ্ধ-যাত্ৰা আৰম্ভ হৈছিল।

চৌদিশে ৰণ ধ্বনিয়ে আকাশ বতাহ কঁপাই তুলিছিল।

দ্ৰৌপদীৰ মনৰ আকাশখন কঁপি উঠিছিল দুক দুককৈ। একো নভবাকৈয়ে দ্ৰৌপদীয়ে যেন সমুখৰ ফালে চাই আছিল।

যিজন ধৰ্মৰাজে কোনো দিনে শান্তি আৰু সত্যৰ পৰিবৰ্তে অশান্তি আৰু অসত্যক প্ৰশ্ৰয় নিদিছিল সেইগৰাকী যুধিষ্ঠিৰে বিশাল পাণ্ডৱ বাহিনীৰ মাজত থিয় হৈ যুদ্ধৰ দায়িত্ব লোৱা দ্ৰৌপদীয়ে দেখিবলৈ পাইছিল।

এয়া কি ধৰ্ম, এয়া কি সত্য। এনেবোৰ প্ৰশ্নই দ্ৰৌপদীৰ মনটোক বাৰে বাৰে বিচলিত কৰি তুলিছিল। যুদ্ধ যাত্ৰাৰ কোলাহলৰ মাজত দ্ৰৌপদীয়ে চিন্তা কৰিব নোৱৰিছিল জীৱনৰ প্ৰকৃতাৰ্থ কি !

বিৰাট ৰজাৰ ৰাজধানী উপপ্লব্য নগৰত দ্ৰৌপদীয়ে সমাগত মহাভাৰতৰ যুদ্ধৰ কথা ভাবি আপেক্ষা কৰিছিল। দ্ৰৌপদীৰ দুচকুত ভাঁহি উঠিছিল যুদ্ধৰ বিভীষিকাৰ এখন ভয়াবহ ছবি।

দ্ৰৌপদীয়ে একেথিৰে চাই আছিল লানি পাতি যাবলৈ ধৰা পাণ্ডৱৰ যুদ্ধ বাহিনীটোলৈ। হেজাৰ হেজাৰ হাতীৰ চিঞৰ, ৰণুৱা ঘোঁৰাবোৰৰ হীঁ-হিঁয়নিত মুখৰিত হোৱা পৰিবেশ আবৰি পেলাইছিল যুদ্ধ যাত্ৰাৰ সুদীৰ্ঘ পথটোক।

ৰ'দ জাকত তিৰবিৰাই উঠিছিল বিশাল সেনা বাহিনীৰ ভৰিৰ খোজত উৰা ধুলি-কণাবোৰ।

পৰিচাৰিকা সকলক লগত লৈ দ্ৰৌপদী কোঠাটোৰ ভিতৰলৈ প্ৰৱেশ কৰিছিল। চিন্তাত বিভোৰ হৈ পালেঙত গাটো এৰি দিছিল। খোলা খিৰিকীয়েদি সোমাই অহা পোহৰজাকত দ্ৰৌপদীয়ে শুনিবলৈ পাইছিল পৃথিবীৰ কোলাহল মুহূৰ্তবোৰৰ ধ্বনি প্ৰতিধ্বনি।

দ্ৰৌপদীয়ে মনে মনে ভাবিছিল – তেওঁ মহাবীৰ পঞ্চপাণ্ডৱৰ পত্নী। ক্ষত্ৰিয়ৰ জীৱনত যুদ্ধৰ বীৰত্বই যেন প্ৰকৃত সত্য আৰু ধৰ্ম। সেইবাবেই যুধিষ্ঠিৰৰ ধৰ্মৰ জ্ঞান-গৰ্ভ কথাবোৰ শুনি দ্ৰৌপদীয়ে মাজে মাজে আমনি পাইছিল। বাকী কেইজন পাণ্ডৱৰ বীৰত্বপূৰ্ণ কথাবোৰত তেওঁ সমৰ্থন জনাইছিল।

কিন্তু, সকলো কথাৰ ব্যাখ্যাৰ উপৰিও এটা কথা দ্ৰৌপদীয়ে অনুভৱ কৰিছিল যে তেওঁ এগৰাকী নাৰী আৰু সেইবাবেই পৃথিবীৰ সকলো নাৰীৰ ওপৰত হোৱা অত্যাচাৰ, অবিচাৰ, অন্যায়ৰ বিৰুদ্ধে দ্ৰৌপদীয়ে নিজৰ

জীৱনৰ প্ৰতিজ্ঞা পূৰণেৰে প্ৰতিশোধ লবলৈ বিচাৰিছিল। দ্ৰৌপদীয়ে নাৰী-হৃদয়ৰ মাজত সদায় বিচাৰিছিল জীৱনৰ সুৰাত মগ্ন পৃথিৱীৰ সুন্দৰতাখিনি, কোনো দিনে বিচৰা নাছিল নিপীড়ণ নিৰ্যাতনেৰে নিঃশেষ হৈ যাওক নাৰী জীৱনৰ পবিত্ৰ প্ৰেমৰ স্বপ্নবোৰ।

দুঃস্বপ্নই দ্ৰৌপদীক অশান্ত কৰি তুলিছিল।

খোলা খিৰিকীখনেদি আকাশলৈ চাইছিল। প্ৰখৰ ৰ'দে যেন আকাশৰ নীলাখিনি শুহি নিছিল।

দ্ৰৌপদীয়ে অনুভৱ কৰিছিল আকাশৰ বেলিটোৰ প্ৰচণ্ড উত্তাপে বুকুৰ ভিতৰখন ডেই পুৰি আনিছিল। দ্ৰৌপদীৰ অন্তৰত চাটি-ফুটি কৰিছিল অজানভয় মিহলি কিছুমান অসংলগ্ন মুহূৰ্ত।

চকু চাট মাৰি ধৰা পোহৰখিনি দ্ৰৌপদীৰ ভাল লগা নাছিল। মনত পৰিছিল বনবাসৰ দিনবোৰলৈ। হাবি-বনৰ মাজত উমলি ফুৰা প্ৰকৃতিৰ অকৃপণ উদাৰতাখিনি ৰাজ দৰবাৰৰ সুখ-সুম্পদতকৈ যেন অধিক মূল্যবান।

দ্ৰৌপদীৰ নাৰীহৃদয়ৰ কোমলতাত অজানিতে প্ৰকৃতিৰ সেউজখিনিয়ে সিঁচি দিছিল স্পন্দিত জীৱনৰ ছন্দবোৰ। ●



সমুখৰ বাট-পথ, হাবি-বন সকলো ধূলিৰে ধূসৰ হৈ পৰিছিল। বিশাল সেনা বাহিনীৰ খোজত কঁপি উঠিছিল ধৰণীৰ বুকুখন। হাতী-ঘোঁৰাৰ তীব্ৰ চেকুৰত ধূলিৰে ঢাক খাই পৰিছিল সূৰ্যৰ পোহৰখিনি। ৰথৰ চকাৰ ঘৰ্‌ঘৰ্‌ণি, হাতীৰ চিঞৰ ঘোঁৰাৰ হিঁ-হিঁয়নি, সৈন্যবোৰৰ চিঞৰ-বাখৰত সমগ্ৰ পৰিবেশটো অশান্ত হৈ পৰিছিল।

শংখৰ নিনাদ বতাহত ভাঁহি আহিছিল।

দ্ৰৌপদীয়ে নিথৰ হৈ চাই আছিল সমুখলৈ। একো ভাবিব পৰা নাছিল। বিজুলী-চেৰেকনিৰ ধুমুহাই আকাশ ছানি ধৰাৰ দৰে ভাবিব নোৱাৰা অনেক কথাই দ্ৰৌপদীৰ হৃদয়খন তোলপাৰ কৰি তুলিছিল।

এজাক কোমল অনুভূতিয়ে দ্ৰৌপদীৰ নাৰী মনৰ ভিতৰত যেন আটাহ পাৰিছিল ঘনে ঘনে।

এয়া কি জীৱনৰ সত্য ধৰ্ম? যৌৱনৰ প্ৰেম আৰু স্বপ্নবোৰ এনেকৈয়ে

থানবান কৰি জ্বলি উঠিব নেকি একুৰা জুই! ইমান যন্ত্ৰণা-বিষাদৰ পিছত কোনে আনি দিব শান্তি।

নাৰী হৃদয়ৰ সকলো প্ৰেম নিঃশেষ হৈ যোৱাৰ গভীৰ আশংকাত দ্ৰৌপদীৰ কোমল অন্তৰত হেঁচি ধৰি ৰাখিব নোৱাৰা কান্দোনখিনি উথলি উঠিছিল। ৰাজ হাউলিৰ ভিতৰত থাকি দ্ৰৌপদীয়ে নিসংগতা অনুভৱ কৰিছিল।

লাহে লাহে নৈখনৰ পাৰলৈ আগুৱাই আহি দ্ৰৌপদী থমকি ৰৈছিল। বতাহত ভাঁহি আহিছিল শংখৰ নিনাদ।

গছ জোপাৰ ছাঁত বৈ নৈৰ সোঁতৰ ফালে চাই আছিল। দ্ৰৌপদীয়ে পাহৰি যাবৰ বাবে চেষ্টা কৰিছিল মনৰ মাজত বাঢি অহা সংশয়খিনিক।

কল্‌কল্ শব্দ কৰি নৈখনৰ জলধাৰা শিলত ঠেকা খাই বাগৰি আহিছিল। বনবাসৰ কালছোৱাত পৰ্বত-পাহাৰ, অৰণ্যৰ মাজে মাজে বৈ অহা অনেক নৈৰ পাৰত বহি বহি দ্ৰৌপদীয়ে দুখ-যাতনাৰ দিনবোৰ কটাই দিছিল। দ্ৰৌপদীৰ মনত পৰিছিল—কঁব নোৱাৰাকৈয়ে কেনেকৈ ভাল পাইছিল নৈৰ পাৰৰ নিৰ্জনতাখিনিক। নৈৰ পাৰৰ নিৰ্জনতাই যেন দুখ-যাতনাৰে ভৰা দিনবোৰত দ্ৰৌপদীক কিবা এক শান্তি আৰু সত্যৰ সন্ধান দিছিল।

আজিও যেন দ্ৰৌপদীয়ে তাকেই বিচাৰি নৈৰ কাষলৈ আহিছিল। তন্ময় হৈ চাই থাকোঁতে দ্ৰৌপদীয়ে দেখা পাইছিল কোনোবাখিনিত হাবিখনৰ দাঁতিয়েদি নৈখনে ভাঁজ এটা লৈ হেৰাই গৈছিল। নৈখন নেদেখা হোৱা ঠাই ডোখৰলৈ লক্ষ্য কৰি দ্ৰৌপদীৰ দুচকুৰ দৃষ্টি থমকি ৰৈছিল।

কৌৰৱ আৰু পাণ্ডৱৰ যুদ্ধৰ কথা ভাবি অজান ভয়ত দ্ৰৌপদীৰ বুকুখন কঁপি উঠিছিল। দ্ৰৌপদীয়ে মনত পেলাইছিল বনবাসৰ কালছোৱাত অৰণ্যে অৰণ্যে বিচৰণ কৰি ফুৰোঁতে পঞ্চপাণ্ডৱে কিদৰে দ্ৰৌপদীক নিৰাপদে ৰাখিবৰ বাবে দিনে-ৰাতি চিন্তা কৰিছিল। ভীষণ দুখ-বেদনাৰ মাজতো পঞ্চ পাণ্ডৱ দ্ৰৌপদীৰ কাষতে আছিল। কোনোদিনে পঞ্চপতিক এৰি দ্ৰৌপদীয়ে ৰাজ সুখ বিচাৰিবলৈ যোৱা নাছিল।

দ্ৰৌপদীৰ বাবে সকলোৰ কথাই সাঁথৰহে পৰিছিল। যুধিষ্ঠিৰৰ সত্য-ধৰ্মৰ প্ৰতি বিশ্বাস নে ধৃতৰাষ্ট্ৰৰ অবুজন পুত্ৰ সকলৰ অন্যায়-অধৰ্ম অথবা পঞ্চপাণ্ডৱৰ পত্নী তথা দ্ৰুপদ তনয়া দ্ৰৌপদীৰ প্ৰতি কৰা অবিচাৰৰ বাবেই

মহাভাৰতৰ ভয়ংকৰ যুদ্ধখন সংঘটিত হ'ল সেই কথা দ্ৰৌপদীয়ে বুজিব পৰা নাছিল। দ্ৰৌপদীয়ে ভাবিছিল যে ধৰ্মৰাজ যুধিষ্ঠিৰৰ জীৱনৰ বাবে ন্যায়, সত্য,ধৰ্মই যদি শ্ৰেষ্ঠ হয় তেন্তে পত্নী,পুত্ৰ আত্মীয়-স্বজনৰ জীৱনৰ অৰ্থ ক'ত। কৌৰৱৰ ৰাজসভাত ধৰ্মৰাজ যুধিষ্ঠিৰৰ চকুৰ আগত দ্ৰৌপদী লাঞ্ছিতা হৈছিল, অপমানিত হৈছিল তথাপি কিদৰে নিজৰ পত্নীৰ বিপদ-বিঘিনিকো আওকাণ কৰি ধৰ্মৰ দোহাই দি নিৰ্বিকাৰ হ'ব পাৰিছিল। এয়া কি সংসাৰৰ অৰ্থ!

কথাবোৰ ভাবি-গুণি দ্ৰৌপদীয়ে বুজিব পৰা নাছিল ধৰ্মৰ বাবেই এই যুদ্ধৰ আয়োজন নেকি! ধৰ্ম আৰু যুদ্ধ!

কৌৰৱৰ সভাত ভীম, অৰ্জুন, নকুল আৰু সহদেৱৰ ভীষণ প্ৰতিজ্ঞাৰ কথা দ্ৰৌপদীয়ে স্মৰণ কৰিছিল। দ্ৰৌপদীৰ বুকুখন নুবুজা-নুগুনা আশংকাত কঁপিছিল। মাজে মাজে বনবাসৰ কালছোৱাত দ্ৰৌপদীয়ে পঞ্চপতিক প্ৰতিজ্ঞাৰ কথাবোৰ সোঁৱৰাই দিছিল আৰু নাৰী-হৃদয়খনত এনেকৈ কৈয়েই শান্তি পাইছিল।

আজি সেই প্ৰতিজ্ঞাৰ কথাবোৰ ভাবি দ্ৰৌপদী অস্থিৰহে পৰিছিল।

সীমাহীন ভাৱনাত দ্ৰৌপদী তন্ময় হৈ পৰিছিল। অৰণ্যে অৰণ্যে ঘূৰি ফুৰোঁতেও দ্ৰৌপদীয়ে কোনোদিনে ইমান নিসংগতা অনুভৱ কৰা নাছিল।

আবেলিৰ বেলিটো তেতিয়া যেন গছ এজোপাৰ তলত ওলমি আছিল। ৰঙচুৱা বেলিটোৰ পৰা নিগৰি অহা হেঙুলীয়া পোহৰৰ ৰেখাবোৰ নৈখনৰ সোঁতত জেলিকি উঠিছিল। নৈৰ গৰ্ভলৈ যেন সোমাই গৈছিল দিনৰ পোহৰখিনি।

আকাশৰ তলে তলে জাক জাক চৰাইবোৰ উৰি গৈছিল কোনোবা দিশলৈ।

দ্ৰৌপদীয়ে ভাবিছিল—চৰাইবোৰে চাগে নিজৰ অকণমানি বাঁহলৈ উভতি আহিছিল। দ্ৰৌপদীৰ মন গৈছিল উভতি আহিবলৈ নিজৰ কোঠাটোলৈ।

পুত্ৰ-সন্তানলৈ মনত পৰি দ্ৰৌপদীৰ বুকুখন বিষাইছিল। বুকুৰ ভিতৰত দ্ৰৌপদীয়ে কাণ পাতি শুনিছিল বিষাদ-বেদনাৰ উচুপনি।

কিন্তু-কিন্তু ৰণক্ষেত্ৰত ভাঁহি অহিছিল যুদ্ধ-কন্দনৰ কোলাহল ধ্বনি।

লাহে লাহে কোঠাটোৰ ভিতৰলৈ সোমাই আহি মজিয়াত থিয় হৈছিল খন্তেকপৰ। তাৰপিছত, খোলা খিৰিকিখনৰ কাষলৈ গৈ বাহিৰলৈ চাইছিল।

এজাক এন্ধাৰে কুটি কুটি খাই শেষ কৰিছিল আকাশৰ বুকুৰ নীলাখিনি।

হঠাৎ পাখি-ভগা চৰাইৰ পোৱালি এটা ধপধপাই অহি দ্ৰৌপদীৰ সমুখত থৰ হৈ পৰিছিল। দ্ৰৌপদীয়ে আলফুলে তুলি লৈছিল চৰাইৰ পোৱালিটো। চৰাই পোৱালিটোৰ চকুৰ মণিত ভাঁহি উঠিছিল এক অবুজ চাৱনি।



তেতিয়া পূবৰ পোহৰে ধল-ফাট দিছিল।

কুৰুক্ষেত্ৰৰ পবিত্ৰ স্থানত ইতিমধ্যে কৌৰৱ আৰু পাণ্ডৱ বাহিনীৰ যুদ্ধ আৰম্ভ হৈছিল। দুয়োপক্ষৰ মাজত ভয়ানক যুদ্ধই স্বৰ্গ-মৰ্ত্ত, আকাশ পাতাল কঁপাই তুলিছিল। দ্ৰৌপদীয়ে যুঁজৰ বতৰা সময়ে সময়ে দূতৰ মুখৰ পৰা শুনিছিল। এক প্ৰচণ্ড যুদ্ধ সংঘটিত হৈছিল। এই কুৰুক্ষেত্ৰ মহা সমৰৰ পৰা কোনো ৰজা-মহাৰজাই আঁতৰি থকা নাছিল। কৌৰৱ বাহিনীক নেতৃত্ব দিছিল মহা ধাৰ্মিক মহাজ্ঞানী শান্তনু নন্দন কুৰু-পাণ্ডৱৰ পিতামহ অমৰ বৰ প্ৰাপ্ত ভীষ্মই।

দূতৰ মুখে ভীষ্মৰ প্ৰচণ্ড প্ৰতাপৰ কথা শুনি দ্ৰৌপদী মৌন হৈ পৰিছিল।

দ্ৰৌপদীয়ে শুনিছিল যে ধৰ্মৰাজ যুধিষ্ঠিৰ আৰু অৰ্জুনে কুৰুক্ষেত্ৰত পিতামহ ভীষ্ম, গুৰু দ্ৰোণাচাৰ্য আৰু অন্ধৰাজ ধৃতৰাষ্ট্ৰ শতপুত্ৰ আৰু অন্যান্য আত্মীয়সকলৰ বিপক্ষে অস্ত্ৰ ধৰিব লগীয়া হোৱাত শোকত ম্ৰিয়মাণ হৈ পৰিছিল। কিন্তু, পাণ্ডৱৰ পৰম বান্ধৱ শ্ৰীকৃষ্ণৰ বুজনিতহে তেওঁলোক যুদ্ধত অৱতীৰ্ণ হ'বলৈ মান্তি হৈছিল।

দ্ৰৌপদীৰ নাৰী-মনটোক এনেোবাৰ কথাই বিচলিত কৰি তুলিছিল। মনে মনে ভাবিছিল এই যুদ্ধ অন্যায়ৰ বিৰুদ্ধে নে আত্মীয়-স্বজনৰ বিপক্ষে ! এই কুৰুক্ষেত্ৰ মহাসমৰত যে অসংখ্য বীৰ আৰু অগণন সেনাৰ মৃত্যু হোৱাৰ কথা ধাৰ্মিক সকলে ব্যক্ত কৰিছিল আৰু এইবোৰ কথা দ্ৰৌপদীৰ কাণত

পৰিছিল। দ্ৰৌপদী চিন্তিত হৈছিল আৰু মনে মনে শ্ৰীকৃষ্ণক স্মৰণ কৰি প্ৰাৰ্থনা জনাই সান্ত্বনা লভিবৰ চেষ্টা কৰিছিল।

কুৰুক্ষেত্ৰ মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে বিভিন্ন স্থানত অমংগল চিহ্ন দেখা গৈছিল। দিনতে শিয়ালৰ হোৱাই অমংগলৰ বাতৰি প্ৰকাশ কৰিছিল।

দ্ৰৌপদীৰ মনৰ মাজত উদ্ভৱ হোৱা কিছুমান দুৰ্ভাৱনাই বাৰে বাৰে দ্ৰৌপদীক অস্থিৰ কৰি তুলিছিল। দিনৰ ভাগত চৌদিশে শিয়াল আৰু বাংকুকুৰৰ চিএঁৰ-বাখৰত দ্ৰৌপদী চমকি উঠিছিল অজান আশংকাত। মাজনিশা মেকুৰীৰ অস্বাভাৱিক আৰু অমংগলজনক মাতত নিজম পৰিছিল চৌপাশৰ পৰিবেশটো। কেঁচাৰ নিউ নিউ মাতে সন্ধিয়াটোক অধিক নিসংগ কৰি তুলিছিল।

দ্ৰৌপদীয়ে ৰাজপ্ৰাসাদৰ অলিন্দত বহি ভাবিগুণি চাই আছিল আকাশখনৰ ফালে। আকাশখন ঢাকি শ'শ শগুন উৰি ফুৰিছিল। কঁৰবাৰ পৰা বতাহ এজাক বৈ আহিছিল। বতাহজাকত ক্ৰন্দনৰত নাৰীৰ শব্দ অস্পষ্টভাবে শুনিবলৈ পাইছিল। অ'ত ত'ত ভাগি-ছিগি পৰাৰ শব্দবোৰ শুনি দ্ৰৌপদীয়ে ভাবিছিল—এইবোৰ কিহৰ আগজাননী!

কুৰুক্ষেত্ৰ মহাসমৰৰ প্ৰথম কেইদিনত কৌৰৱৰ সেনাপতি হৈ মহাবীৰ ভীষ্মই মহা পৰাক্ৰমেৰে পাণ্ডৱ বাহিনীৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰিছিল। বিৰাটৰ এজন পুত্ৰ উত্তৰৰ মৃত্যু ঘটিল কৌৰৱৰ পক্ষ লৈ যুদ্ধ কৰা নকুল-সহদেৱৰ মোমায়েক শল্যৰ শক্তি-শেলৰ প্ৰবল আঘাতত। ভীম আৰু অৰ্জুনে মহা বিক্ৰমে যুঁজ কৰি অনেক কুৰু সেনা নিধন কৰিছিল। ভীষ্ম আৰু অৰ্জুনৰ ভয়ংকৰ যুদ্ধ হৈছিল। ধৃষ্টদ্যুম্ন আৰু দ্ৰোণাচাৰ্যই পৰস্পৰে পৰস্পৰক আঘাত কৰিছিল শক্তিশালী তথা অলৌকিক শৰেৰে। দ্ৰৌপদীৰ পঞ্চপুত্ৰ, সুভদ্ৰা নন্দন অভিমন্যু, উলুপীৰ গৰ্ভজাত সন্তান অৰ্জুন পুত্ৰ ইৰাৱান, ভীমৰ পুত্ৰ ঘটোৎকচ, ভীষ্মৰ মৃত্যুৰ বাবেই জন্ম লাভ কৰা দ্ৰুপদ পুত্ৰ শিখণ্ডী আদিয়েও মহা পৰাক্ৰমেৰে যুদ্ধ কৰি কৌৰৱৰ হেজাৰ হেজাৰ সেনাক নিধন কৰিছিল।

দ্ৰৌপদীয়ে শুনিছিল যে কুৰুক্ষেত্ৰৰ যুদ্ধক্ষেত্ৰত হেজাৰ হেজাৰ সেনাৰ মৃতদেহেৰে দ'ম বান্ধিছিল আৰু তেজৰ নৈ বৈছিল। আহত সৈনিকৰ যন্ত্ৰণাদগ্ধ কাতৰ চিএঁৰত বতাহো নিথৰ হৈ পৰিছিল। মহাবলী ভীমে ধৃতৰাষ্ট্ৰৰ শতপুত্ৰৰ বহুতকে গদাৰ আঘাতেৰে বধ কৰিছিল।

যুদ্ধৰ ভয়াবহ আৰু বীভৎস কথাবোৰ দূতৰ মুখত শুনি দ্ৰৌপদীৰ নাৰী-হৃদয়খনে উচুপিছিল কোনেও নেদেখা-নুশুনাকৈ। দ্ৰৌপদীয়ে গভীৰ চিন্তাত চকু দুটা মুদি দিছিল। মনৰ গভীৰত গজি উঠা অসহায় ভাবনা কিছুমানে দ্ৰৌপদীক যেন গিলি পেলাবলৈ খেদি আহিছিল। দ্ৰৌপদীৰ মন গৈছিল কোনেও নেদেখা ঠাইত লুকাই থাকিবলৈ। যুদ্ধৰ কথাবোৰে বাৰে বাৰে মনটোক আমনি কৰিছিল। প্ৰতিটো মুহুৰ্ত্তে দ্ৰৌপদীৰ মন ব্যাকুল হৈ পৰিছিল যুদ্ধ পৰিণতি জানিবলৈ।

ইতিমধ্যে কুৰুক্ষেত্ৰ যুদ্ধৰ অনেক দুঃখজনক সংবাদে দ্ৰৌপদীৰ নাৰী হৃদয়খন তোলপাৰ কৰি তুলিছিল। মহাবলী ভীমে অষ্টম দিনৰ যুদ্ধতো দুৰ্যোধনৰ কেইবাজনো ভায়েকক বধ কৰিলে। উলুপী নন্দন ইৰাবানক অলম্বুষে খড়্গাৰে প্ৰাণ ল'লে।

কৌৰৱ আৰু পাণ্ডৱ পক্ষৰ অসংখ্য বীৰ সন্তানৰ মৃত্যুত মাতৃসকলৰ কৰুণ বিননিৰ কথা শুনি দ্ৰৌপদীৰ দুচকুৰেদি শোক-সন্তাপৰ লোতক বৈ আহিছিল। দ্ৰৌপদীৰ নাৰীৰ কোমল মনটো বিষাদেৰে পৰিপূৰ্ণ হৈ পৰিছিল। কেনি গ'লে ক'ত শান্তি পোৱা যাব সেই কথা ভাবিয়েই দ্ৰৌপদী অস্থিৰ হৈছিল।

দ্ৰৌপদীয়ে কোঠাটোত অকলশৰে থাকি একান্ত মনে ভাবিছিল— শিখণ্ডীৰ হাতত অজেয় বীৰ ভীষ্মৰ মৃত্যুৰ লগে লগে এই মহাভাৰতৰ যুদ্ধৰ সামৰণি পৰিব নেকি! পঞ্চপাণ্ডৱৰ প্ৰতিজ্ঞা পূৰণ হ'বলৈ কুৰুক্ষেত্ৰ যুদ্ধৰ প্ৰয়োজনীয়তাৰ কথাকো দ্ৰৌপদীয়ে চিন্তা কৰিছিল।

দ্ৰৌপদীৰ চকুৰ আগত ভাঁহি উঠিছিল শ্ৰীকৃষ্ণৰ মূৰ্ত্তিমান ৰূপটো। তন্ময় হৈ দ্ৰৌপদীয়ে চাই আছিল আলাসতে দেখা পোৱা শ্ৰীকৃষ্ণৰ অপৰূপ সৌন্দৰ্যৰ ফালে।

হঠাৎ ৰাজ হাউলিৰ অনতিদূৰৰ নৈৰ পাৰৰ হাবি ডৰাৰ পৰা শিয়ালৰ বিকট চিএৰৰ ভাঁহি আহিছিল। কিবা এক অশুভ বাৰ্তাৰ আশংকাত দ্ৰৌপদীৰ সৰ্বশৰীৰ শিয়ৰি উঠিছিল।

বেলিটো তেতিয়া পশ্চিম আকাশৰ পিনে লহিয়াছিল।

গোটেই আকাশখনত গোমা বতৰ এটা নিথৰ হৈ আছিল।

দ্ৰৌপদীৰ আকাশখনক ভাল লগা নাছিল। হাতে ঢুকি নোপোৱা এখন শূন্য আকাশ।

  

দুঃসংবাদটো শুনি দ্ৰৌপদীৰ দুচকুৰেদি বাগৰি আহিছিল ধাৰাসাৰ চকুলো। সঁচাকৈয়ে তেন্তে অজেয় বীৰ, কুৰু-পাণ্ডৱৰ অতি আপোনজন পিতামহ ভীষ্মৰ পতন ঘটিল। দ্ৰৌপদীয়ে ভাবিছিল—যিজনক দেৱতাসকলে পৰাভূত কৰিব নোৱাৰে সেইজন জগৎ বিখ্যাত মহাবীৰক কেনেকৈ পৰাভূত কৰিব পাৰিলে।

ভীষ্মৰ পতনৰ লগে লগে দুয়োটা শিবিৰতে বিষাদৰ ছাঁ বিয়পি পৰিছিল। দ্ৰৌপদীয়ে গম লৈ জানিব পাৰিছিল যে দ্ৰুপদৰ পুত্ৰ শিখণ্ডীয়ে ভীষ্মক অজস্ৰ শৰেৰে আঘাত হানি ধৰাশায়ী কৰিছিল।

দ্ৰৌপদীয়ে অজেয় বীৰ কুৰু-পাণ্ডৱৰ পিতামহ ভীষ্মৰ পতনৰ সংবাদ পাই খন্তেক সময়ৰ বাবে থৰ হৈ ৰৈছিল।

শান্তনু নন্দন ভীষ্মই প্ৰতিজ্ঞা কৰি থৈছিল যে শিখণ্ডীক সামুখত দেখিলে তেওঁ অস্ত্ৰ-শস্ত্ৰ সামৰি থ'ব। যিহেতু, দ্ৰুপদৰ ঘৰত শিখণ্ডী ছোৱালী হৈ জনম লভিছিল আৰু শেহলৈ পুত্ৰ হিচাপে পৰিচিত হৈছিল। সেইবাবে, শিখণ্ডীক নপুংসক হিচাপে গণ্য কৰি শিখণ্ডীৰ বিৰুদ্ধে অস্ত্ৰ নধৰিছিল। আনহাতে, ভীষ্ম-বধৰ বাবে দ্ৰুপদ ঘৰত অভিশপ্ত হৈ শিখণ্ডীয়ে জন্মগ্ৰহণ কৰিছিল। মহামতি ভীষ্মই পিতাক শান্তনুৰ পৰা বৰ পাইছিল যে ভীষ্মই ইচ্ছা কৰিলেহে কোনোবাই তেওঁক বধ কৰিব পাৰিব। সেইবাবেই ভীষ্মই পাণ্ডু পুত্ৰসকলক তেওঁৰ মৃত্যুৰ কৌশল শিকাই দিছিল আৰু শিখণ্ডীয়ে যেতিয়া ভীষ্মৰ শৰীৰলৈ অজস্ৰ বান নিক্ষেপ কৰিছিল তেতিয়া তেওঁ মৃত্যু কামনা কৰিছিল।

সঁচাকৈয়ে ভীষ্মক পৰাভূত কৰিছিল দ্ৰুপদ তনয় শিখণ্ডীয়ে। কিন্তু, ভীষ্মৰ ইচ্ছা মৃত্যুৰ বাবে তেওঁৰ প্ৰাণ-বায়ু উৰি যোৱা নাছিল। ভীষ্ম ৰথৰ পৰা বাগৰি পৰিল যদিও সমগ্ৰ শৰীৰটোক বিদ্ধিত কৰা চোকা অজস্ৰ শৰৰ ওপৰত তেওঁৰ শৰীৰটো ভাহি ৰ'ল। তেতিয়া দক্ষিণায়ণ ঋতুৰ বাবে ভীষ্মই মৰিবলৈ ইচ্ছা নকৰিলে আৰু উত্তৰায়ণ ঋতু আৰম্ভ হোৱালৈকে শৰ-শয্যাত ভীষ্মই জীয়াই থাকিবলৈ ইচ্ছা কৰিছিল।

বেলি মাৰ যোৱাৰ আগে আগে পাণ্ডৱ বাহিনীৰ মাজত বিজয়বাৰ্তাৰ হেজাৰ হেজাৰ শংখৰ ধ্বনি বিয়পি পৰিছিল।

শিবিৰৰ সমুখলৈ আহি দ্ৰৌপদীয়ে উমান লৈছিল। যুদ্ধত ভীষ্মৰ পতনৰ বাতৰি পাই তেওঁ চমকি উঠিছিল।

পাণ্ডৱ শিবিৰত বিজয় বাৰ্তাত যিদৰে আনন্দৰ খলকনি উঠিছিল এনেদৰে এক গভীৰ বিষাদে আবৰি পেলাইছিল চৌদিশ। দ্ৰৌপদী মৰ্মাহত হৈছিল পিতামহ ভীষ্মৰ পতনত।

অতীতৰ অনেক স্মৃতিয়ে দ্ৰৌপদীৰ কোমল অনন্তৰখনক আজুৰি পেলাইছিল। দ্ৰৌপদীৰ মনত পৰিছিল—সদায়েই পিতামহ, ভীষ্মই গভীৰ আন্তৰিকতা আৰু বিশ্বাসেৰে পঞ্চ পাণ্ডৱৰ মঙ্গল কামনা কৰি আশীৰ্বাদ দিছিল। পিতামহ ভীষ্মই মুক্ত কণ্ঠে কৈছিল যে য'তে ধৰ্ম ত'তেই জয় আৰু ধৃতৰাষ্ট্ৰৰ অবিচেক পুত্ৰ সকলক সকীয়াই দিছিল স্বয়ং শ্ৰীকৃষ্ণ যাৰ সাৰথি সেই পাণ্ডৱ সকলক দেৱতায়ো পৰাজয় কৰিব নোৱাৰে। ভীষ্মই সকলো সময়তে পঞ্চপাণ্ডৱৰ বীৰত্ব আৰু সত্য ধৰ্মৰ কথাবোৰ দাঙি ধৰি যুদ্ধ নকৰি পাণ্ডুৰ পুত্ৰ সকলৰ প্ৰতি সদ্ভাৱ গ্ৰহণ কৰিবলৈ দাম্ভিক তথা অজ্ঞানী দুৰ্যোধনক পৰামৰ্শ দিছিল।

দ্ৰৌপদীয়ে মনে মনে কান্দিছিল আৰু কৌৰৱৰ ৰাজ সভাত দ্ৰৌপদীক দুৰ্যোধন, দুঃশাসনহঁতে লাঞ্ছনা কৰাৰ সময়ত সকলোৱে নিৰ্বিকাৰ হৈ থকাৰ কথাবোৰ মনত পৰিছিল। মহামতি ভীষ্মই মৌন হৈ আছিল যদিও ভয়ংকৰ পৰিণামৰ কথা ব্যক্ত কৰিছিল।

পৰম জ্ঞানী, অজেয় বীৰ মহামতি ভীষ্মই পঞ্চপাণ্ডৱৰ প্ৰতি কৌৰৱ সকলে পদে পদে কৰা অন্যায়-অবিচাৰৰ কথা জানি-বুজি, দেখি-শুনিয়ো কিয় এই কুৰু-পাণ্ডৱৰ যুদ্ধত কৌৰৱ পক্ষৰ হৈ যুদ্ধত অৱতীৰ্ণ হৈছিল সেই কথা দ্ৰৌপদীয়ে বুজিব পৰা নাছিল। আনহাতে, তেওঁক পৰাভূত কৰাৰ সকলো সম্ভেদ পাণ্ডৱসকলক অকৃত্ৰিম ভাৱে প্ৰকাশ কৰা কথাখিনিৰ ৰহস্য দ্ৰৌপদীয়ে নাজানিছিল।

শৰ শয্যাত পৰি ভীষ্মই আকৌ এবাৰ কৃষ্ণ আৰু অৰ্জুনৰ অদ্বিতীয় শক্তিৰ উল্লেখ কৰি দুৰ্যোধনক যুদ্ধ পৰিত্যাগ কৰাৰ কথা কৈছিল আৰু ইন্দ্ৰপ্ৰস্থ নগৰখন পাণ্ডৱসকলক ওভোতাই দিয়াৰ কথা কৈছিল। সেই কথা দ্ৰৌপদীয়ে যেতিয়া শুনিছিল তেতিয়া দ্ৰৌপদীৰ নাৰী-মনটোত বহুতো প্ৰশ্নই উদয় হৈছিল।

দ্ৰৌপদীয়ে মনে মনে ভাবিছিল যে পিতামহ ভীষ্মৰ দৰে অজেয় বীৰৰ পতনৰ পিছত নিশ্চয় কৌৰৱ সকলে যুদ্ধৰ সামৰণি পেলাবলৈ পাণ্ডৱ সকলৰ সৈতে সন্ধিৰ প্ৰস্তাৱ কৰিব। খন্তেকৰ বাবে হ'লেও দ্ৰৌপদীৰ মনৰ পৰা মচ খাই গৈছিল অতীত দিনৰ দুখ-যাতনাৰ স্মৃতিবোৰ।

যুদ্ধৰ প্ৰতিটো দিনৰ বিভীষিকা আৰু মৰ্মন্তুদ কাহিনীবোৰ শুনি দ্ৰৌপদীয়ে মনে মনে শান্তি কামনা কৰিছিল। পৃথিৱীৰ সকলো নাৰীয়ে সৃষ্টিৰ কথা ভাবি অসহ্যকৰ দুখ-বেদনাখিনি পাহৰি পেলাবলৈ সক্ষম হোৱাৰ দৰে দ্ৰৌপদীয়েও অতীত জীৱনটোৰ নিদাৰুণ যন্ত্ৰনা আৰু কৰুণ স্মৃতিবোৰ পাহৰি পবিত্ৰ আৰু সুখৰ জীৱন এটাৰ কামনা কৰিছিল।

শুকান মৰুভূমিত অৰ্থহীনভাবে জোনাক উপচি পৰাৰ দৰে শত আঘাতত ভাগি পৰা দ্ৰৌপদীৰ অন্তৰত এজাক আশাই বাট বিচাৰি ফুৰিছিল।

যুদ্ধ আৰু শান্তিৰ কথা ভাবি দ্ৰৌপদী নিমগ্ন হৈ পৰিছিল। ৰাতিৰ এন্ধাৰত এজাক কান্দোনে ঘৰবোৰ অজুৰি আছিল।

☆ ☆ ☆

ভাৰত মহাসমৰে দ্ৰৌপদীৰ জীৱনলৈ কঢ়িয়াই আনিছিল দুখ-বিষাদৰ অন্য এক নতুন অধ্যায়। দ্ৰৌপদীয়ে যি ভাবিছিল তাৰ যেন সম্পূৰ্ণ বিপৰীত ৰূপ এটা লাহে লাহে বাঢ়ি আহিবলৈ ধৰিলে। দ্ৰৌপদীয়ে কোনো দিনে আশা কৰা নাছিল পাষণ্ড দুৰ্যোধন, দুঃশাসন আদিৰ লগতে শ শ নিৰপৰাধী আত্মীয় স্বজনৰ এনেকৈ মৃত্যু হোৱাটো।

মহাসমৰৰ প্ৰতিটো দিনৰ পৰিসমাপ্তিয়ে দ্ৰৌপদীৰ মন গভীৰ দুখেৰে অশান্ত কৰি তুলিছিল।

ইমান দিনে দ্ৰৌপদীয়ে দুখৰ বোজা বৈ ফুৰা হৃদয়খন আলফুলে তুলি ল'বলৈ বিচাৰোঁতে এজাক নতুন ধুমুহাই ভাঙি-ছিঙি থান্-বান্ কৰি পেলাইছিল। সমগ্ৰ জীৱনটোৱে যেন ক্ষণে ক্ষণে দ্ৰৌপদীক প্ৰবঞ্চনা কৰিছিল।

দ্ৰৌপদীৰ মনত পৰিছিল স্বয়ম্বৰৰ দিনটোলৈ। মনে প্ৰাণে কামনা কৰিছিল, ভুৱন বিজয়ী বীৰ অৰ্জুনক স্বামী হিচাপে পাবলৈ। দ্ৰৌপদীৰ কামনা পূৰ্ণ হৈছিল আৰু বিখ্যাত ভৰতৰ বংশ বোৱাৰী হ'বলৈ পাই এহাতে

দ্ৰৌপদীৰ অন্তৰখন আনন্দৰে পৰিপূৰ্ণ হৈ পৰিছিল আৰু আনহাতে নিষ্ঠুৰ বাস্তৱৰ মুখামুখি হৈ পঞ্চ পাণ্ডৱৰ দুখময় জীৱন-যাত্ৰাৰ চিৰ সংগীনী হ'বলগীয়া হৈছিল।

দ্ৰৌপদীয়ে উলটি চাইছিল অতীতৰ দিনবোৰলৈ। দুৰ্বিসহ জীৱনৰ কাতৰ মুহূৰ্ত্তবোৰে হেৰাই যোৱা পথছোৱা ঢাকি ধৰি থোৱা দেখি দ্ৰৌপদী চমকি উঠিছিল।

দিনৰ পোহৰখিনিত দ্ৰৌপদীয়ে একো দেখা পোৱা নাছিল। তেতিয়া কুৰুক্ষেত্ৰত অবিৰাম গতিত যুদ্ধ চলি আছিল। প্ৰতি মুহূৰ্ত্তত দ্ৰৌপদীৰ মন উদ্বিগ্ন হৈ পৰিছিল। যুদ্ধৰ খবৰ কটিয়াই অনা বতাহজাকৰ হোঁ-হোৱনিয়ে যেন দ্ৰৌপদীৰ অন্তৰখন ভাঁগি চুৰমাৰ কৰি পেলাইছিল।

যুদ্ধৰ খবৰবোৰ যেন দ্ৰৌপদীয়ে শুনিবলৈ অকণো ইচ্ছা কৰা নাছিল। দ্ৰৌপদীয়ে মনে মনে ভাবিছিল-যুদ্ধৰ খবৰ মানেই মৃত্যু খবৰ, ধ্বংসৰ ছবি।

দ্ৰৌপদীয়ে পাণ্ডৱৰ পৰম বান্ধৱ শ্ৰীকৃষ্ণৰ কথাবোৰ সুঁৱৰিছিল। অৰণ্যে অৰণ্যে পঞ্চপাণ্ডৱে বিপৰ্যয়ৰ দিনবোৰৰ ক্লান্তি, অৱসাদখিনি লৈ ঘুৰি ফুৰোঁতে সময়ে সময়ে শ্ৰীকৃষ্ণই পঞ্চ পাণ্ডৱ আৰু দ্ৰৌপদীক সাক্ষাৎ কৰি সান্ত্বনা দিছিল। দ্ৰৌপদীয়ে সেই সময়ত পঞ্চপাণ্ডৱৰ সুখৰ-শান্তিৰ দিনবোৰ কেতিয়ানো আহিব সেই কথা সুধিছিল। অচিৰেই এখন ভয়ংকৰ মহাযুদ্ধ হোৱাৰ কথা বাৰে বাৰে শ্ৰীকৃষ্ণই ব্যক্ত কৰিছিল। দ্ৰৌপদীক কৈছিল যে সেই মহাযুদ্ধত ধৃতৰাষ্ট্ৰৰ পাষণ্ড তথা অত্যাচাৰী পুত্ৰ সকল সবংশে লোপ পাব।

শ্ৰীকৃষ্ণৰ প্ৰতি পৰম কৃতজ্ঞতা প্ৰকাশ কৰি দ্ৰৌপদীয়ে তেতিয়া তাকেই কামনা কৰিছিল। দ্ৰৌপদীৰ দুচকুত ভাঁহি উঠিছিল ভৱিষ্যতৰ এখন সুন্দৰ পৃথিৱী, য'ত ন্যায়, সত্য আৰু শান্তিৰ ৰাজত্ব থাকিব। তাত কোনো নাৰীৰ প্ৰতি কোনেও অত্যাচাৰ, অবিচাৰ কৰিব নোৱাৰিব।

দ্ৰৌপদীয়ে গভীৰ বিশ্বাসেৰে শ্ৰীকৃষ্ণৰ কথাবোৰ শুনিছিল আৰু পঞ্চ পাণ্ডৱৰ দুখৰ দিনবোৰৰ পিছত আহিব লগা দিনবোৰলৈ অপেক্ষা কৰিছিল। প্ৰেমহীন এখন পৃথিৱীৰ কথা দ্ৰৌপদীয়ে কল্পনা কৰিব পৰা নাছিল তেতিয়া।

যুদ্ধৰ ভয়াবহতা আৰু বীভৎস ৰূপটোৰ কথা কল্পনা কৰিব নোৱাৰা দ্ৰৌপদীয়ে মাথো অনুমান কৰিছিল যে যুদ্ধ মানে অন্যায়ৰ পতন, অত্যাচাৰী সকলৰ ক্ষেত্ৰত শাস্তি প্ৰদান আৰু ধৰ্ম আৰু সত্যৰ বিজয় গৌৰৱ।

সকলো ভবা কথা ধানধাৰ কৰি ভাৰত মহাসমৰে দ্ৰৌপদীৰ চকু মুকলি কৰি দিছিল। এয়া কি ! পঞ্চ পাণ্ডৱৰ ধৰ্ম; ন্যায়, সত্যৰ বিপৰীতে কৌৰৱ পক্ষৰ অন্যায়,অধৰ্মৰ কি প্ৰচণ্ড প্ৰতাপ !

পিতামহ ভীষ্ম শৰশয্যাত পৰাৰ পিছতো কাৰো সুমতি নহ'ল।

আকৌ যুদ্ধৰ দামামা বাজি উঠিছিল।

দ্ৰৌপদীয়ে মনে মনে ভাবিছিল যে তেতিয়াও কৌৰৱ পক্ষৰ সৰ্বশাস্ত্ৰ বিশাৰদ আচাৰ্য দ্ৰোণ, মহাবীৰ কৰ্ণই পঞ্চ পাণ্ডৱক নিঃশেষ কৰিবৰ বাবে সকলো ফালেই প্ৰচেষ্টা চলাই আছিল।

দ্ৰৌপদীৰ মন অজান সংশয়ত কঁপি উঠিছিল। দ্ৰোণাচাৰ্য, কৰ্ণ, আদি বীৰ সকলে তেতিয়াও নতুন কৌশল অৱলম্বন কৰিছিল। দ্ৰোণাচাৰ্যই যুধিষ্ঠিৰক বন্দী কৰাৰ বাবে ফান্দ পতাৰ কথা দ্ৰৌপদীয়ে শুনিবলৈ পাইছিল।

যদিওবা পঞ্চ পাণ্ডৱৰ অসীম বল-বীৰ্য-শক্তিৰ ওপৰত দ্ৰৌপদীৰ কোনো সন্দেহ নাছিল, তথাপি প্ৰতিদিনৰ যুদ্ধত কৌৰৱৰ ৰথী-মহাৰথী সকলৰ হাতত পাণ্ডৱ পক্ষৰ অনেক বীৰৰ প্ৰাণ হানিৰ খবৰে মাজে মাজে দ্ৰৌপদীক বিচলিত কৰি তুলিছিল। দ্ৰৌপদীয়ে জনা নাছিল মহাভাৰতৰ যুদ্ধই কিদৰে পাপ-পূণ্যৰ বিচাৰ কৰিছিল। দ্ৰৌপদীয়ে যেন নাৰী হৃদয়ৰ কোমলতাৰে ভাবিবলৈ লৈছিল।

দ্ৰৌপদীৰ হঠাৎ মনত পৰিছিল নিজৰ জন্মৰ কাহিনী, যি কাহিনীৰ মাজত লুকাই আছিল ধৃতৰাষ্ট্ৰৰ অবিবেচক পুত্ৰ সকলৰ অন্যায়-অবিচাৰ, অধৰ্মৰপৰিণতি স্বৰূপ এক নিদাৰুণ জীৱনৰ পৰিসমাপ্তিৰ ছবি। দ্ৰৌপদীয়ে সুঁৱৰিছিল—কিদৰে পঞ্চ পাণ্ডৱ বঞ্চিত হৈছিল প্ৰাপ্য অধিকাৰ লাভৰ পৰা, জতুগৃহত পঞ্চ পাণ্ডৱক সবংশে শেষ কৰি পেলোৱাৰ বাবে ধৃতৰাষ্ট্ৰৰ পুত্ৰ সকলে কৰা অসৎ পৰিকল্পনাৰ কথা, শকুনি, কৰ্ণ আদিৰ কু-পৰামৰ্শ লৈ পাশা খেলৰ আয়োজন কৰি পঞ্চ পাণ্ডৱক সৰ্বহাৰা কৰা আৰু কৌৰৱৰ ৰাজসভাত ভৰত বংশৰ কুলবধু দ্ৰৌপদীক লাঞ্ছনা কৰা আদি অতীতৰ কৰুণ স্মৃতিবোৰ।

পঞ্চ পাণ্ডৱৰ ভীষণ প্ৰতিজ্ঞাৰ কথা মনত পৰি দ্ৰৌপদী থমকি ৰৈছিল। সঁচাকৈয়ে, সেয়াই যেন ঘটিবলৈ লৈছিল।

সূৰ্যটো তেতিয়াও পশ্চিম দিগন্তত অস্ত যোৱা নাছিল। আবেলিৰ পোহৰখিনিৰ মাজে মাজে বতাহজাক বৈ আহিছিল।

দ্ৰৌপদীয়ে কান পাতি শুনিছিল কোঠাটোৰ খোলা খিৰিকীৰ কাষত বৈ। যুদ্ধৰ অস্পষ্ট চিএঞৰ ব্ৰাথৰ ভাগি-ছিগি বাগৰি আহিছিল।

দ্ৰৌপদীয়ে বুকুত হাতখন থৈ নিজেই নিজকে কৈছিল—কোনে আনি দিব মোক শান্তিৰ বতৰা !

☆ ☆ ☆

পাণ্ডৱৰ শিবিৰত বিৰাজ কৰা এক গভীৰ বিষাদে দ্ৰৌপদীৰ সৰ্বশৰীৰ আৰু মন প্ৰচণ্ড বতাহে ছিৰলা-ছিৰিলি কৰা কলপাতৰ দৰে ছিৰছিৰ কৰি পেলাইছিল।

দ্ৰৌপদীৰ চিএঞৰি চিএঞৰি কʼবৰ মন গৈছিল—ইমান অন্যায়, ইমান অধৰ্ম কোনেও দেখা নাই নকি ? যুদ্ধ বন্ধ কৰা। যুদ্ধই যদি অধাৰ্মিক অত্যাচাৰী সকলক শাস্তি দিব নোৱাৰে তেনে যুদ্ধৰ কি প্ৰয়োজন !

সুভদ্ৰাৰ হিয়া ভগা কান্দোন শুনি দ্ৰৌপদী থিৰেৰে থাকিব পৰা নাছিল।

ত্ৰয়োদশ দিনৰ যুদ্ধত সুভদ্ৰা তনয় অভিমন্যুৰ মৃত্যু হৈছিল। অভিমন্যুৰ মৃত্যুৰ বাতৰি বিয়পি পৰাৰ লগে লগে পাণ্ডৱ পক্ষৰ শিবিৰত সকলো মৰ্মাহত হৈ পৰিছিল।

দ্ৰৌপদী দৌৰি আহিছিল শিবিৰলৈ। পাণ্ডৱ পক্ষৰ বীৰ সকলৰ মুখলৈ চাইছিল দ্ৰৌপদীয়ে।

কৌৰৱ সেনাপতি দ্ৰোণাচাৰ্যই চক্ৰবেহ পাতি যুদ্ধৰ আয়োজন কৰিছিল। পাণ্ডৱ পক্ষৰ মাথো চাৰিজনেহে চক্ৰবেহত প্ৰবেশ কৰাৰ কৌশল জানিছিল। শ্ৰীকৃষ্ণ, প্ৰদ্যুম্ন,অৰ্জুন আৰু অৰ্জুন পুত্ৰ অভিমন্যুই চক্ৰবেহ ভেদ কৰাৰ শিক্ষা লাভ কৰিছিল। যুধিষ্ঠিৰৰ আদেশ লৈ সুভদ্ৰা তনয় অভিমন্যুই বীৰ বিক্ৰমেৰে চক্ৰবেহ ভেদ কৰি কৌৰৱ পক্ষৰ বীৰ সকলৰ সৈতে যুদ্ধ কৰিছিল।

দ্ৰৌপদীয়ে অভিমন্যুৰ বীৰত্বৰ কথা শুনি স্তম্ভিত হৈ পৰিছিল।

চক্ৰবেহ ভেদ কৰি অভিমন্যুই কৌৰৱৰ প্ৰতিজন মহাৰথীৰ সন্মুখা-সমুখি হৈ অসীম পৰাক্ৰমেৰে সকলোকে পৰাভূত কৰি আঁতৰাই পঠাইছিল। অভিমন্যুৰ অস্ত্ৰ চালনাৰ নৈপুণ্য দেখি দ্ৰোণাচাৰ্য, কৃপাচাৰ্য সকলোৱে তেওঁৰ

মানিছিল। কিন্তু, অকলশৰীয়া অভিমন্যুক সহায় কৰিবলৈ বৃকোদৰ ভীম প্ৰমুখ্যে কোনোজন পাণ্ডৱ পক্ষৰ বীৰেই চক্ৰবেহত প্ৰবেশ কৰিব নোৱাৰিলে।

কৌৰৱ পক্ষত হাহাকাৰ সৃষ্টি হৈছিল।

দুৰ্যোধনে বলিয়াৰ দৰে চিঞৰিছিল—'এই ল'ৰাটোক যেনেকৈ পাৰা বধ কৰা।'

অভিমন্যুক বধ কৰিবৰ বাবে এজন এজনাকৈ সকলো আগবাঢ়ি আহি পৰাজয়ৰ গ্লানি লৈ উভতি গৈছিল।

অৱশেষত দ্ৰোণাচাৰ্য, কৃপাচাৰ্য, মহাবীৰ কৰ্ণ, অশ্বত্থামা, কোশলৰাজ বৃহদ্বল, ভোজবংশী কৃতবৰ্মাই একেলগে অভিমন্যুক চাৰিওফালৰ পৰা আক্ৰমণ কৰি অন্যায় যুদ্ধত বধ কৰিছিল।

সিদিনা সংশপ্তকবিলাকৰ লগত অৰ্জুন যুদ্ধত লিপ্ত আছিল আৰু সেয়ে অভিমন্যুৰ একো বতৰা পোৱা নাছিল। সন্ধিয়া শিবিৰলৈ উভতি আহি কৃষ্ণ আৰু অৰ্জুনে গম পাইছিল কিদৰে অভিমন্যুক অন্যায় যুদ্ধত বধ কৰিলে।

দ্ৰৌপদীয়ে দেখিবলৈ পাইছিল অৰ্জুনৰ দুচকুত চকুপানী। হঠাৎ অৰ্জুনে সংজ্ঞাহীন হৈ পৰিছিল।

কিছুপৰৰ পিছত অৰ্জুনে কৌৰৱৰ সিদনাৰ চক্ৰবেহৰ দুৱাৰ ৰখীয়া জয়দ্ৰথক পিছদিনা বধ কৰাৰ বাবে ভীষণ প্ৰতিজ্ঞা কৰিলে। সেই ভীষণ প্ৰতিজ্ঞা কৰিয়েই অৰ্জুনে তেওঁৰ গাণ্ডীৱত প্ৰচণ্ড শব্দেৰে টংকাৰ দিবলৈ ধৰিছিল।

অভিমন্যুৰ মৃত্যুৰ বিষাদখিনি বুকুত লৈ দ্ৰৌপদী উজাগৰে আছিল গোটেই নিশা। নিশাৰ প্ৰতিটো পল দ্ৰৌপদীৰ বাবে অসহ্যকৰ হৈ পৰিছিল। শিবিৰৰ পৰা সুভদ্ৰাৰ করুণ বিননি বতাহত ওপঙি ভাঁহি গৈছিল চৌদিশলৈ। পুত্ৰ শোক কিমান ভয়ানক, কিমান নিদাৰুণ সেই কথা ভাবি ভাবি দ্ৰৌপদীৰ মন ভয়ত বিহ্বল হৈ পৰিছিল।

উজাগৰী নিশাৰ বুকুত দ্ৰৌপদীৰ মন অস্থিৰ হৈ পৰিছিল অনাগত দিনৰ আসন্ন বিপদৰ আশংকাত। মনে মনে দ্ৰৌপদীয়ে মনৰ ভিতৰত জুকিয়াই চাবলৈ চেষ্টা কৰিছিল—এই যুদ্ধৰ বাবে দায়ী কোন। কাৰ বাবে এই যুদ্ধৰ প্ৰয়োজন হৈছিল! অসংখ্য উত্তৰ বিহীন প্ৰশ্নই দ্ৰৌপদীৰ নাৰী হৃদয়খন তোলপাৰ কৰি তুলিছিল। সমুদ্ৰৰ উত্তাল তৰংগৰাশিৰ দৰে স্মৃতি আৰু বাস্তৱৰ নিকৰুণ আবেগ অনুভূতিবোৰৰ গৰ্জনত দ্ৰৌপদীৰ হৃদয়খন উত্তাল হৈ পৰিছিল।

যুদ্ধৰ বিভীষিকা আৰু বিকট চিত্ৰবোৰে যেন এন্ধাৰ নিশাৰ সুযোগ লৈ খেদি আহিছিল দ্ৰৌপদীৰ ফালে। কৌৰৱৰ অন্যায়,অবিচাৰত বঞ্চিত আৰু প্ৰবঞ্চিত হোৱা পঞ্চ পাণ্ডৱৰ সৈতে বনবাসৰ কালছোৱাত অৰণ্যে অৰণ্যে ভ্ৰমি ফুৰা দ্ৰৌপদীয়ে কোনোদিনে ভয়-ভীতৰ কথা নাজানিছিল যদিও সিদিনা নিশাৰ এন্ধাৰখিনিৰ মাজত ফুচ-ফুচাই থকা বতাহজাকলৈ দ্ৰৌপদীৰ খুব ভয় লাগিছিল। বতাহজাকে যেন দ্ৰৌপদীৰ কাণে কাণে কৈছিল—তই সাজুহ, তোৰ বুকুতো জ্বলিব জুই।

দ্ৰৌপদীয়ে বুজিবলৈ চেষ্টা কৰিছিল নাৰী জীৱনৰ কোমল হৃদয়ৰ আঘাত বোৰ আৰু সৃষ্টিৰ বেদনাক। যুগে যুগে যেন নাৰীয়ে সৃষ্টিৰ অহংকাৰৰ মাজত সাৱটি লৈছিল বঞ্চনা আৰু প্ৰবঞ্চনাক।

গোটেই নিশাটো দ্ৰৌপদীয়ে নিজৰ ভিতৰত আবদ্ধ হৈ নিজকে বিচাৰি পোৱা নাছিল। ইমান লাঞ্চনা, ইমান দুখ-বেদনা আদিৰ শেষত জীৱনৰ পৰম সত্যক বিচাৰি আন এক জীৱনৰ যন্ত্ৰণাৰ মাজলৈ ঢাপলি মেলিছিল।

দ্ৰৌপদীয়ে সকলো পাহৰি যাবলৈ চেষ্টা কৰিছিল। অতীতটো দ্ৰৌপদীৰ বাবে ভয়ানক। কিন্তু, অনাগত ভৱিষ্যতৰ দিনবোৰ যেন দ্ৰৌপদীৰ বাবে অসহ্যকৰ হ'ব বুলি অনুমান কৰি দ্ৰৌপদী শংকাতুৰই পৰিছিল।

কোঠাটোৰ সকলো দুৱাৰ-খিৰিকী খুলি দ্ৰৌপদী বাহিৰলৈ ওলাই আহিছিল। এন্ধাৰত দ্ৰৌপদী হেৰাই যাবলৈ বিচাৰিছিল। এন্ধাৰখিনি দ্ৰৌপদীৰ ভাল লাগিছিল।

শেহ ৰাতি এজাক মৃত্যুৱে যেন কিৰিলি পাৰিছিল। দ্ৰৌপদীৰ ভয় লাগিছিল – আকৌ পুৱাৰ লগে লগে ৰণশিঙা বাজি উঠিব নেকি।

☆ ☆ ☆

দ্ৰৌপদীৰ বুকুতো জুই জ্বলিছিল।

ভাৰত মহাসমৰৰ কোব দিনক দিনে চৰি গৈছিল।

জয়দ্ৰথক বধ কৰা হ'ল। জয়দ্ৰথ বধৰ পিছতে ধৃষ্টদ্যুম্নই কুৰু-পাণ্ডৱৰ গুৰু দ্ৰোণাচাৰ্যৰ মূৰটো কাটি সমৰ ক্ষেত্ৰত হত্যা কৰিলে। দ্ৰোণাচাৰ্যক এনেদৰে হত্যা কৰাত দুয়োটা শিবিৰতে ধৃষ্টদ্যুম্নক সকলোৱে গৰিহণা দিছিল।

দ্ৰৌপদীয়ে স্মৰণ কৰিছিল ধৃষ্টদ্যুম্নক জন্ম কাহিনী। দ্ৰোণাচাৰ্য গুপৰত

প্ৰতিশোধ লোৱাৰ বাবেই পাঞ্চাল অধিপতি দ্ৰুপদে ধৃষ্টদ্যুম্নক পুত্ৰ হিচাপে লাভ কৰিছিল।

প্ৰতিটো দিনৰ যুদ্ধত নিহত হোৱা অসংখ্যজনৰ নিৰ্মম বাতৰিয়ে দ্ৰৌপদীৰ অন্তৰখন ভাঙি-ছিঙি থানবান কৰি পেলাইছিল। অসহ্যকৰ যন্ত্ৰণা এটা লৈ দ্ৰৌপদীয়ে অপেক্ষা কৰিছিল যুদ্ধৰ শেষ পৰিণতিলৈ।

অভিমন্যুৰ শোকাবহ মৃত্যুৰ বাতৰি মাৰ নৌ যাওঁতেই মহাবলী ভীমৰ পুত্ৰ ঘটোৎকচৰ মৃত্যুৰ খবৰে পাণ্ডৱ শিবিৰত শোকৰ ছাঁ পেলাইছিল।

দ্ৰৌপদীয়ে অনুভৱ কৰিছিল যে কৌৰৱ পক্ষৰ দৰে পাণ্ডৱ পক্ষৰো বহু কেইজন বীৰে প্ৰাণ বিসৰ্জন দি কুৰুক্ষেত্ৰ সমৰৰ গতি তীব্ৰ কৰি তুলিছিল। হিডিম্বা তনয় ঘটোৎকচে মহা বিক্ৰমেৰে যুঁজ কৰি কৌৰৱ পক্ষৰ বহুতৰে প্ৰাণ লৈছিল। ঘটোৎকচৰ পৰাক্ৰমৰ আগত কৌৰৱ পক্ষৰ কোনোজন বীৰেই ঠাৱৰিব পৰা নাছিল।

ঘটোৎকচে কৌৰৱ পক্ষত ত্ৰাসৰ সৃষ্টি কৰিছিল। দুৰ্যোধন, কৰ্ণ, অশ্বত্থামা আদি মহাবীৰ সকল চিন্তিত হৈ পৰিছিল। শেষত উপায়বিহীন হৈ কৰ্ণই অৰ্জুনক বধিবলৈ সাঁচি থোৱা দেৱৰাজ ইন্দ্ৰৰ পৰা পোৱা একঘাতিনী শৰপাটেৰে ঘটোৎকচক বধ কৰিলে।

দ্ৰৌপদীয়ে ঘটোৎকচৰ মৃত্যুৰ বাতৰি শুনাৰ লগে লগে চকুপানী টুকিছিল। দ্ৰৌপদীৰ ঘটোৎকচৰ প্ৰতি মৰম আছিল। তদুপৰি, বনবাসৰ কালছোৱাত হিড়িম্বা তনয় ঘটোৎকচে পঞ্চ পাণ্ডৱ আৰু দ্ৰৌপদীক কোলাত তুলি গন্তব্য স্থানলৈ নিৰাপদে লৈ গৈছিল।

ঘটোৎকচৰ মৃত্যুত দ্ৰৌপদীৰ আকৌ এবাৰ মনত সংশয় লাগিছিল। সকলো জ্ঞানী আৰু ধাৰ্মিকজনে ধৰ্ম আৰু সত্যৰ সদায় জয় বুলি কৈছিল যদিও দ্ৰৌপদীয়ে পাণ্ডৱ পক্ষৰ এনে বিপৰ্যয়ৰ কথা ভাবি চিন্তিত হৈ পৰিছিল।

মহাবীৰ কৰ্ণৰ অসীম বীৰত্বৰ কথা দ্ৰৌপদীয়ে সদায় শুনি আহিছিল আৰু ধৃতৰাষ্ট্ৰৰ পাষণ্ড পুত্ৰ দুৰ্যোধনে যে কৰ্ণৰ বল-বিক্ৰমৰ আশ্ৰয়তে দম্ভালি মাৰি ফুৰিছিল সেই কথা গম পাইছিল।

সেই স্বয়ম্বৰৰ দিনটোলৈ মনত পৰিছিল দ্ৰৌপদীৰ। কৰ্ণই লক্ষ্য ভেদ কৰিবৰ বাবে ধনুখন দাঙি ল'বলৈ যাওঁতে দ্ৰৌপদীয়ে। দেখা পাইছিল কৰ্ণৰ সমগ্ৰ দেহত জিলিকি থকা বল-বীৰ্যৰ আভাখিনি। কিন্তু, সূত পুত্ৰৰ বাবে

কৰ্ণক প্ৰত্যাখ্যান কৰিবলৈ বাধ্য হৈছিল। দ্ৰৌপদীয়ে অনুমান কৰিছিল কৰ্ণৰ তেজত যেন বিক্ষিপ্ত হৈ আছিল বীৰপুৰুষৰ পৰিচয়।

দ্ৰৌপদীৰ মন মাজে মাজে উৎকণ্ঠিত হৈ পৰিছিল—কৰ্ণৰ প্ৰকৃত পৰিচয় কোনে জানে ! সঁচাকৈয়ে সূত পুত্ৰ কৰ্ণ হ'ব পাৰিছিলনে অৰ্জুনৰ সমকক্ষ বীৰ ! সমৰ ক্ষেত্ৰত কৰ্ণৰ প্ৰচণ্ড বিক্ৰমৰ কথা শুনি দ্ৰৌপদী চমকি উঠিছিল।

কৰ্ণক বধ কৰিবৰ কাৰণে অৰ্জুনে যি ভীষণ প্ৰতিজ্ঞা কৰিছিল তাত প্ৰকৃত বীৰৰ পৰিচয় প্ৰকাশ পাইছিল বুলি দ্ৰৌপদীয়ে অনুভৱ কৰিছিল।

দ্ৰৌপদীয়ে ডাঁৰৰ বাতৰি ডাঁৰে পাইছিল।

দিনৰ বতাহজাক যুদ্ধৰ বাদ্যযন্ত্ৰ, সৈনিক, হাতী-ঘোঁৰাৰ চীৎকাৰ আদিৰে গধুৰ হৈ পৰিছিল। দুয়োটা শিবিৰৰ পৰা ভাঁহি আহিছিল নাৰীৰ ক্ৰন্দনৰ কাতৰ শব্দবোৰ।

কোনেও কাকো সান্ত্বনা দিব নোৱাৰা পৰিবেশত দ্ৰৌপদীয়ে নাৰী মনটোক বুজনি দিব পৰা নাছিল। কাৰোবাৰ বীৰ পুত্ৰ,কাৰোবাৰ বীৰ স্বামীৰ কৰুণ মৃত্যুৱে ক্ষণে ক্ষণে কান্দোনৰ ৰোল তুলি জীৱন দুখময় কৰিছিল।

দ্ৰৌপদীয়ে কাৰো ওচৰতে কাতৰ প্ৰাৰ্থনা কৰাৰ অৰ্থ বিচাৰি পোৱা নাছিল। সকলোৰে যেন বুকুৰ মাজত একুৰা জুই জ্বলাই জীৱনৰ সন্ধান বিচাৰি চট্‌ফটাবলৈ ধৰিছিল।

দ্ৰৌপদীয়ে সকলো সময়তে পাণ্ডৱৰ পৰম বন্ধু শ্ৰীকৃষ্ণৰ ওপৰত সম্পূৰ্ণ ভৰসা ৰাখি অস্থিৰ হৈ পৰা মনটোক সুস্থিৰ কৰি তুলিবলৈ চেষ্টা কৰিছিল।

যুদ্ধৰ ইমান কোলাহলৰ মাজতো মাজে মাজে দ্ৰৌপদীয়ে নাৰী জীৱনৰ অসহায় অৱস্থাৰ কথা অনুভৱ কৰিছিল। যুদ্ধৰ জয় অথবা পৰাজয়ে কেতিয়াবা যুগে যুগে লাঞ্ছিতা, বঞ্চিতা নাৰীক মুক্তিৰ বতৰা দিবলৈ সক্ষম হৈছিলনে ! ৰামায়ণৰ সীতা সতী-সাধ্বী হৈয়ো কোনোটো সময়তে মুক্তি পোৱা নাছিল। লাঞ্ছিতা হৈয়েই সীতাই আঁতৰি গৈছিল পৃথিৱীৰ পৰা।

দ্ৰৌপদীৰ দুচকুত ভাঁহি উঠিছিল পাণ্ডৱ পক্ষৰ জয়ৰ গৌৰৱৰ ছবি। একে সময়তে অসহায়া বিধবা নাৰীৰ গোপন বেদনাই আশ্ৰয় বিচাৰি ফুৰা জীৱন আৰু যৌৱনৰ অস্থিৰ অৱস্থাটোৰ কথা কল্পনা কৰি উন্মাদ হৈ পৰিছিল।

ক'ত সেই আশ্ৰয় !

ৰাজ কাৰেঙৰ সুশোভিত কোঠাবোৰৰ মাজত প্ৰকৃতিৰ পৰম আশ্ৰয়খিনি দ্ৰৌপদীয়ে বিচাৰি নোপোৱাৰ বেদনাত কান্দি উঠিছিল। দ্ৰৌপদীয়ে চিএঞৰি ক'ব খুজিছিল—যুদ্ধৰ জয় গৌৰৱে নাৰী জীৱনৰ শান্তি আনিব নোৱাৰা সেই সময়ৰ ইতিহাস নালাগে।

দ্ৰৌপদীয়ে সমুখৰ পাহাৰটোলৈ চাইছিল। শিলাময় কঠিন পাহাৰটোৰ গাত আউজি আছিল স্পৰ্শ কৰিব নোৱাৰা এখন নীলা আকাশ।



সমগ্ৰ জীৱনৰ যাতনা আৰু প্ৰতীক্ষাৰ শেষত দ্ৰৌপদীয়ে পৃথিৱীৰ সকলো নাৰীৰ জীৱনৰ দুখ-শোক-বিষাদ-বেদনাখিনি যেন উপলব্ধি কৰিব পাৰিছিল। এগৰাকী সাধাৰণ নাৰীৰ দৰে দ্ৰৌপদীয়ে নিজকে অনুভৱ কৰিছিল আৰু পাহৰি যাবলৈ চেষ্টা কৰিছিল অতীতৰ দিনৰ দুখৰ স্মৃতিবোৰ।

পুত্ৰ শোকত অধীৰ হৈ পৰা দ্ৰৌপদীৰ বাবে একমাত্ৰ সত্য হৈ পৰিছিল মাতৃ হৃদয়ৰ যাতনাখিনি। মহাভাৰতৰ যুদ্ধৰ বিজয় বাৰ্তাই দ্ৰৌপদীৰ অন্তৰৰ শোকৰ অনিৰ্বাপিত বহ্নি শিখা নুমুৱাব পৰা নাছিল। চিৰ জীৱনৰ বাবে বুকুত জ্বলিছিল বেদনাৰ জুইকুৰা।

দ্ৰৌপদীয়ে নিদাৰুণ বাৰ্তা শুনি শিবিৰটোৰ মজিয়াত ঢলি পৰিছিল। দ্ৰৌপদীয়ে উচুপি উচুপি কান্দিছিল আৰু মাজে মাজে ধৰ্মৰাজ যুধিষ্ঠিৰক সুধিছিল—এয়া কি ধৰ্ম ! এয়া কি সত্য !

দ্ৰৌপদীয়ে যেতিয়া শুনিছিল কৌৰৱৰ বীৰ মহাবীৰ,ধাৰ্মিক সকল এজন এজনকৈ পাণ্ডৱ পক্ষৰ হাতত নিধন হ'ল তেতিয়া উপলব্ধি কৰিছিল এখন ভয়ংকৰ যুদ্ধৰ পৰিণতি। আনহাতে, পাণ্ডৱ পক্ষৰ অতি চেনেহৰ জনেও যেতিয়া অসীম বীৰত্ব প্ৰদৰ্শন কৰি ভীষ্ম দ্ৰোণ, কৰ্ণ, অশ্বত্থমা আদি কৌৰৱৰ বীৰ সকলৰ হাতত পৰাজিত হৈ মৰণ সাৱটি লৈছিল তেতিয়া দ্ৰৌপদীৰ নাৰী হৃদয়খন দুখ-শোক বেদনাৰ উৰ্মিত অশান্ত হৈ পৰিছিল আৰু নিজকে প্ৰশ্ন কৰিছিল সেই সকলৰ অপৰাধ কি !

সকলোৱে গম পাইছিল যে পঞ্চপাণ্ডৱৰ কল্যাণ কামনা আৰু কৌৰৱ ধ্বংসৰ বাবে দ্ৰৌপদীয়ে মাটিত শয়ন কৰি উগ্ৰ তপস্যা কৰিছিল। এগৰাকী সতী নাৰী স্বৰূপা দ্ৰৌপদীৰ সেই তপস্যা অথলে যোৱা নাছিল। কিন্তু,দ্ৰৌপদীয়ে যেন সেই তপস্যাৰ কথা ভাবি অস্থিৰ হৈ পৰিছিল। মনে মনে ভাবিছিল সেই তপস্যাৰ সেয়াই কি এই ফল।

উন্মাদিনীৰ দৰে হৈ দ্ৰৌপদীয়ে যুদ্ধৰ সমস্ত অন্যায় নীতিৰ প্ৰতিবাদ কৰিছিল। অশ্বত্থামাৰ ওপৰত ভীষণ প্ৰতিশোধ লোৱাৰ বাবে ব্যাকুল হৈ পৰিছিল।

আওৰাইছিল অশ্বত্থামাৰ নাম। অশ্বত্থামাই সকলো হিতাহিত জ্ঞান হেৰুৱাই এনে অকাৰ্য কৰি চিৰকালৰ বাবে কলংক সাৱটি লৈছিল।

নিশাৰ অন্ধকাৰৰ সুযোগ লৈ অশ্বত্থামাই হাতত খড়্গ লৈ গোপনে গোপনে পাণ্ডৱৰ ছাউনীটোত প্ৰবেশ কৰিছিল। ছাউনীটোৰ ভিতৰত তেতিয়া শুই আছিল দ্ৰৌপদীৰ পঞ্চপুত্ৰ। প্ৰতিবিন্ধ্য, সুতসোম, শ্ৰুতকৰ্মা, শতানীক আৰু শ্ৰুতসেন—এই পঞ্চ পুত্ৰই প্ৰায় সামৰণি পৰা যুদ্ধৰ ক্লান্তি আৰু অৱসাদখিনি লৈ নিৰৱ-নিস্তব্ধতাৰ মাজত শুই আছিল। হঠাৎ অসহায় অৱস্থাৰ মাজত খড়্গখনেৰে অশ্বত্থামাই দ্ৰৌপদীৰ পাঁচটি সন্তানকে হত্যা কৰি হেপাহ পলুৱালে।

চোৰৰ দৰে এনে কলংকিত কাৰ্য সম্পাদন কৰি অশ্বত্থামাই পঞ্চ পাণ্ডৱৰ পৰা ৰক্ষা পাবৰ বাবে গোপন ঠাইলৈ পলাই গৈছিল। অশ্বত্থমাৰ এই অকাৰ্য লুকাই নাথাকিল। যুধিষ্ঠিৰ প্ৰমুখ্যে পঞ্চ পাণ্ডৱৰ আটাইকেইজনে জানিব পাৰি হতভম্ব হৈ পৰিছিল। দ্ৰৌপদীয়ে যেতিয়া উপপ্লব্য নগৰৰ পৰা আহি এই নিদাৰুণ কাহিনী শুনিছিল তেতিয়া সমগ্ৰ চাউনীটো ভীষণ ক্ৰোধ আৰু বিষাদেৰে ভৰি পৰিছিল।

শোকাতুৰ দ্ৰৌপদীয়ে ধৰ্মৰাজ যুধিষ্ঠিৰৰ ওচৰত প্ৰতিজ্ঞা কৰিছিল যে পাপী অশ্বত্থামাক উপযুক্ত শাস্তি দিব নোৱাৰিলে দ্ৰৌপদীয়ে অনশন কৰি প্ৰাণ বিসৰ্জন দিব। যুধিষ্ঠিৰে অনুভৱ কৰিছিল যে যিকুৰা জুই দ্ৰৌপদীৰ অন্তৰত জ্বলিছিল সেই জুইকুৰা কোনেও নুমুৱাব নোৱাৰিব।

যুদ্ধৰ সামৰণিত দ্ৰৌপদীয়ে পাণ্ডৱ পক্ষৰ জয়ৰ আনন্দ উপভোগ কৰাৰ পৰিবৰ্তে পুত্ৰ শোকত ভাগি পৰিছিল। লাহে লাহে দ্ৰৌপদীয়ে মহাভাৰতৰ যুদ্ধত পুত্ৰহাৰা জননী আৰু স্বামীহাৰা নাৰীৰ অন্তৰৰ সীমাহীন বেদনাৰ কথা ভাবি থমকি ৰৈছিল।

যিখন মহাভাৰতৰ যুদ্ধৰ কামনা কৰি দ্ৰৌপদীয়ে অন্ধ ধৃতৰাষ্ট্ৰৰ অত্যাচাৰী শত পুত্ৰ আৰু পাষণ্ড মোমায়েক শকুনিক উপযুক্ত শাস্তি দিয়াৰ কথা মনে প্ৰাণে বিচাৰিছিল সেই দ্ৰৌপদীয়ে যুদ্ধৰ ভয়ংকৰ পৰিণতিত ইমান আত্মীয়-স্বজনৰ মৃত্যুৰ বাতৰি পাই নিজৰ প্ৰতিজ্ঞা পূৰণৰ কথা ভাবিবলৈকে যেন অন্তৰত সাহস গোটাব পৰা নাছিল। প্ৰতিটো যুদ্ধৰ বিভীষিকা পূৰ্ণ

বাতৰিয়ে দ্ৰৌপদীৰ নাৰী হৃদয়খন কঁপাই তুলিছিল। মহাভাৰতৰ ভয়ংকৰ যুদ্ধখন শেষ হোৱাৰ দিনটোলৈ অপেক্ষা কৰিছিল আৰু যুদ্ধৰ শেষত সকলো অভিশাপ ধুই সকলো নাৰীৰ জীৱনৰ শান্তি কামনা কৰি দ্ৰৌপদীৰ অন্তৰখনে হাহাকাৰ কৰি উঠিছিল।

যেতিয়া অশ্বত্থামাৰ জন্মতেই লাগি অহা সুন্দৰ মণিটো অৰ্জুনে আনি দ্ৰৌপদীৰ হাতত দিছিল তেতিয়া দ্ৰৌপদীৰ কিছু পৰিমাণে হলেও শান্ত হৈ পৰিছিল। অস্ত্ৰ ভয়, ব্যাধিভয়, দাৰিদ্ৰ ভয় ইত্যাদি সকলো ভয়ৰ শংকা দূৰ কৰিব পৰা অশ্বত্থামাৰ মূৰৰ মণিটোৰ কথা দ্ৰৌপদীয়েও জানিছিল আৰু সেইবাবেই সেই মণিটো ধৰ্মৰাজ যুধিষ্ঠিৰক মূৰত পিন্ধি ল'বৰ বাবে দ্ৰৌপদীয়ে অৰ্পণ কৰিছিল।

দ্ৰৌপদীয়ে সকলোবোৰ কথা সুঁৱৰি চাই বুজিব পাৰিছিল যে নাৰী জীৱনৰ শান্তি আৰু সুখ কোনো যুদ্ধৰ বিজয়ে কঢ়িয়াব নোৱাৰে।

দুচকুত ভাঁহি উঠিছিল শোকাতুৰা আৰু অসহায় সহস্ৰ সুন্দৰী নাৰীৰ বিদীৰ্ণ মুখবোৰ। প্ৰতিগৰাকী সুন্দৰী নাৰীৰ আৰ্তনাদে দ্ৰৌপদীৰ নাৰী হৃদয়খনক ছিন্ন-ভিন্ন কৰি পেলাইছিল।

মহাভাৰতৰ যুদ্ধই সহস্ৰ নাৰীৰ সকলো সপোন চূৰমাৰ কৰি মৰুভূমিৰ তপত বালিৰ বুকুত জ্বলি থকা অপূৰণ তৃষ্ণাখিনি অন্তৰত সিঁচি দিছিল। সেই সকল নাৰীৰ জ্বালাময়ী অন্তৰৰ বেদনাখিনি নিজৰ বুকুৰ ভিতৰত সাৱটি দ্ৰৌপদীয়ে নিজকে সংযত কৰি সান্ত্বনা লভিবলৈ চেষ্টা কৰিছিল ।

নিশাৰ অন্ধকাৰৰ মাজত শান্তি বিচাৰি দ্ৰৌপদী বাহিৰলৈ ওলাই আহিছিল।

এখন বিশাল পৃথিৱী।

এখন সীমাহীন আকাশ।

আকাশত উজ্জ্বলি আছিল এটা উজ্জ্বল নক্ষত্ৰ । দ্ৰৌপদীয়ে একেথিৰে চাই আছিল নক্ষত্ৰটোৰ ফালে ।

  

যুদ্ধৰ সামৰণি পৰিছিল।

নিমাত-নিস্তব্ধতাই যুদ্ধক্ষেত্ৰ আগুৰি ধৰিছিল।

দ্ৰৌপদীয়ে গোপনে অনুভৱ কৰিছিল যে যুদ্ধৰ ভয়ংকৰ পৰিণতিয়ে

চৌদিশে যেন এখন মৰুভূমিৰ সৃষ্টি কৰি পেলাইছিল। যুদ্ধক্ষেত্ৰৰ পথা সকলো যেন আঁতৰি কেনিবা গুচি গ'ল। তেতিয়া তাত কোনো নাছিল। আছিল মাথো মৰা শ-ৰ মাজে মাজে ঘূৰি ফুৰা জাক জাক শগুন।

বত্যাহজাকে বৈ আনিছিল কুৰুক্ষেত্ৰ যুদ্ধৰ কৰুণ বিননি আৰু আৰ্তনাদ। নিথৰ হৈ দ্ৰৌপদীয়ে চাই আছিল যুদ্ধক্ষেত্ৰৰ ফালে।

মৰুভূমি হৈ পৰা কুৰুক্ষেত্ৰখনৰ দৰে দ্ৰৌপদীৰ অন্তৰখনৰ পৰা যেন জীৱন-যৌৱনৰ সকলো ঐশ্বৰ্যময় সম্পদ কোনোবাই কাঢ়ি লৈ গৈছিল। দ্ৰৌপদীয়ে সম্পূৰ্ণৰূপে অসহায় আৰু নিসংগ অনুভৱ কৰিছিল।

দ্ৰৌপদীয়ে অতীতৰ দিনবোৰ সুঁৱৰি চমকি উঠিছিল। এগৰাকী নাৰী হৈয়ো দ্ৰৌপদীয়ে পাহৰি পেলাইছিল নাৰীৰ ৰহস্যময় জীৱনৰ সন্ধান। সেয়ে, দ্ৰৌপদীয়ে শত লাঞ্ছনা আৰু যন্ত্ৰণাখিনি সহ্য কৰি ভাঙিব খুজিছিল পুৰুষে নাৰীৰ যৌৱনক লৈ খেলিব খোজা খেলাৰ সাঁথৰ। দ্ৰৌপদীয়ে এক ভীষণ প্ৰতিজ্ঞা লৈ অত্যাচাৰী পুৰুষৰ মিছা অহংকাৰখিনি মাটিত মিহলাই প্ৰতিশোধ লোৱাৰ বাবে সৃষ্টি কৰিছিল ভয়ংকৰ কুৰুক্ষেত্ৰ যুদ্ধ।

দ্ৰৌপদীয়ে অনুভৱ কৰিছিল যে নাৰীৰ জীৱন চিৰকাল সৃষ্টিৰ বাবে যন্ত্ৰণা আৰু শক্তিৰ প্ৰতীক হৈ থাকিল। নিজৰ অন্তৰৰ গোপন গভীৰত থুপ খাই থকা সমস্ত জীৱনৰ ক্ৰোধ আৰু প্ৰতিশোধৰ ভয়ংকৰ স্পৃহাই দ্ৰৌপদীক যুদ্ধ জয়ৰ বাৰ্তাই দিব নোৱাৰিছিল সত্য আৰু ধৰ্মৰ প্ৰকৃত সন্ধান। কিন্তু, পুত্ৰশোকত চূৰমাৰ হৈ অন্তৰখনে যেন দ্ৰৌপদীৰ নাৰী জীৱনৰ গভীৰ উপলব্ধিক নতুনকৈ শিকাইছিল—সৰ্বকালৰ বাবে নাৰী সৃষ্টিৰো শক্তি আৰু ধ্বংসৰো গতি।

যুদ্ধ সামৰণিৰ পিছৰে পৰা দ্ৰৌপদীৰ জয় পৰাজয়, ঐশ্বৰ্য-সম্পদ, ভোগ-বিলাস ইত্যাদিৰ প্ৰতি একেবাৰে আসক্তি নোহোৱা হৈ আহিছিল। কিবা এক গভীৰ নিসংগতাই যেন অহৰহ দ্ৰৌপদীৰ পাছে পাছে খেদি ফুৰিছিল। তথাপি দ্ৰৌপদীয়ে সেই নিসংগতাৰ মাজত অতীতটোক ৰোমন্থন কৰিবলৈকে ভাল পাইছিল। নিজক হেৰুৱাই দিয়াৰ হেপাঁহত বৰ্তমান আৰু ভৱিষ্যতৰ কথা ভবাতকৈ অতীতৰ স্মৃতীবোৰ ৰোমন্থন কৰি ভাল পাইছিল।

ইতিমধ্যে যুদ্ধ জয়ৰ পিছত শ্ৰীকৃষ্ণৰ সৈতে পঞ্চ পাণ্ডৱে আলোচনা কৰিছিল নতুন জীৱনৰ বাবে। অন্ধ সম্ৰাট ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক দেখা কৰিছিল পঞ্চ পাণ্ডৱে। মহা ধাৰ্মিক বিদুৰে সান্ত্বনা বাণী শুনাইছিল

সকলোকে। ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীয়ে শাপ মুক্তি পুত্ৰ সকলৰ শোক পাহৰি পঞ্চ পাণ্ডৱক আশীৰ্বাদ কৰিছিল। পঞ্চ পাণ্ডৱে তেওঁলোকৰ মাতৃ কুন্তী দেৱীক সাক্ষাৎ কৰিলে। কুন্তীয়ে সকলোকে মৰম-চেনেহ কৰি এক গোপন কথাৰ সম্ভেদ দিছিল যে মহাবীৰ কৰ্ণ কোনো সূত পুত্ৰ নহয়, তেওঁ কুন্তীৰেই সন্তান। পঞ্চ পাণ্ডৱ চমকি উঠিছিল। দ্ৰৌপদীৰ চকুৰ লোতক নিগৰি পৰিছিল।

দ্ৰৌপদীৰ মনত পৰিছিল কেনেকৈ কৰ্ণৰ বীৰত্বৰ কথা শুনি মাজে মাজে কৰ্ণৰ কথা নাভাবো বুলিও ভাবিবলৈ বাধ্য হৈছিল। যেতিয়া কৰ্ণই স্বয়ম্বৰত ধনুখনৰ কাষ চাপি গৈছিল দ্ৰৌপদীয়ে ভুলতে অৰ্জুন বুলি ভাবিছিল। কৰ্ণৰ ছবিখন যেন দ্ৰৌপদীয়ে পাহৰি যাব পৰা নাছিল।

যুধিষ্ঠিৰ প্ৰমুখ্যে আটাইকেইজন পাণ্ডৱেই মাক কুন্তীৰ কথাত স্তম্ভিত হৈ পৰিছিল। যুদ্ধৰ ভয়ানক পৰিণামে যুধিষ্ঠিৰৰ মনত কষ্ট দিছিল।

সকলো অনুতাপ, অনুশোচনাৰ শেষত ৰাজ্য ভাৰ গ্ৰহণৰ দিনটোতত পুৰোহিত ধৌম্যই ৰাজ সিংহাসনত যুধিষ্ঠিৰ আৰু দ্ৰৌপদীক বহুৱাই অভিষেক কাৰ্য সম্পাদন কৰিছিল। দ্ৰৌপদী চঞ্চল হৈ পৰিছিল।

অস্থিৰ মন এটা লৈ দ্ৰৌপদীয়ে ৰাজ অভিষেকত যোগ দিছিল। খন্তেকৰ বাবে দুচকুত ভাঁহি উঠিছিল কৌৰৱৰ ৰাজ সভাৰ পুৰণি ছবিখন। আকৌ এবাৰ মনত পৰিছিল কৌৰৱৰ পিতামহ ভীষ্ম, গুৰু দ্ৰোণাচাৰ্য, কৃপাচাৰ্য আদি মহা মহা ধাৰ্মিক সকলৰ সন্মুখত দুৰ্যোধন, দুঃশাসনৰ হাতত লাঞ্ছিত হোৱা মুহূৰ্তৰ কৰুণ স্মৃতিবোৰ।

ধৰ্মৰাজ যুধিষ্ঠিৰ ৰাজ্যভাৰ গ্ৰহণ কৰাৰ লগে লগে চৌদিশে উৎসৱৰ আনন্দ-মেলাৰ আয়োজন হৈছিল। প্ৰজা সকলে সেই আনন্দ-উৎসৱত যোগদান কৰি কৌৰৱ সকলৰ অত্যাচাৰী শাসনৰ অৱসান আৰু ন্যায়-ধৰ্মৰ প্ৰতিষ্ঠাৰ সপোন দেখি মতলীয়া হৈ পৰিছিল।

ৰাজ-অন্তঃপুৰৰ ভিতৰত আনন্দৰ পৰিবেশৰ মাজত থাকি দ্ৰৌপদীয়ে শান্তি পোৱা নাছিল।

আবেলিৰ গোহৰজাক হেলনীয়া হৈ পৰাৰ লগে লগে দ্ৰৌপদীয়ে ৰাজ ৰাণীৰ সকলো আভৰণ খুলি থৈ সাধাৰণ সাজ পিন্ধি উদ্যানখনৰ এক নিৰ্জন ঠাইত প্ৰবেশ কৰিছিল। উদ্যানখনত জক্‌মকাই থকা ফুলবোৰ দেখি

দ্ৰৌপদীয়ে ভাবিছিল—পুত্ৰহাৰা মাতৃৰ অন্তৰৰ গভীৰ বেদনাখিনি জানো ফুলৰ সৌন্দৰ্য্যই মচি পেলাব পাৰিব! যদি মানুহে ফুলৰ সৌন্দৰ্য উপভোগ কৰি আনন্দ লভিব পাৰে সেই মানুহৰ অন্তৰত ইমান পাপ, ইমান অধৰ্ম, ইমান কলুষতা লুকাই থাকে কেনেকৈ!

দ্ৰৌপদীৰ ভাল লগা নাছিল প্ৰকৃতিৰ ৰূপ-সৌন্দৰ্যক প্ৰতাৰণা কৰা মানুহৰ ছলনাময়ী কৃত্ৰিমতাখিনিক। বনবাসৰ সময়ছোৱাত অৰণ্যে অৰণ্যে ঘুৰি ফুৰোঁতে সীমাহীন দুখ-কষ্ট, ক্লান্তি-অৱসাদৰ মাজতো বিচাৰি প্ৰকৃতিৰ অকৃত্ৰিম প্ৰেম-আনন্দৰ মুহূৰ্ত্তবোৰ যেন দ্ৰৌপদীয়ে ৰাজৰাণী হৈ বিচাৰি পোৱা নাছিল।

তন্ময় হৈ চাই আছিল সীমাহীন আকাশৰ ফালে।

দ্ৰৌপদীয়ে দেখা পাইছিল দূৰণিৰ কোনোবাখিনিত আকাশ আৰু পৃথিবীখন যেন মিলি গৈছিল। পৃথিবীয়ে জানো আকাশৰ সৌন্দৰ্য পান কৰিব পাৰিছে ! পৃথিবীৰ সৰ্বাংগত মানুহে নিজৰ স্বাৰ্থৰ বাবে আনি দিয়ে কলুষ-কালিমাখিনি ! দ্ৰৌপদীৰ দুচকুত ভৰি পৰিছিল অন্তৰ ভেদী বৈ অহা ধাৰাসাৰ চকুপানী।

বহুত সময় দ্ৰৌপদীয়ে উদ্যানৰ নিৰিবিলিত বহি নিজৰ হেৰুওৱা সন্তান কেইটাৰ কথা ভাবি আছিল। কিমান সময় যে পাৰ হৈ গৈছিল সেই কথা দ্ৰৌপদীয়ে গমেই পোৱা নাছিল।

পশ্চিম দিগন্তত মাৰ যাবলৈ ধৰা বেলিটোৰ শেষ ৰশ্মিয়ে দ্ৰৌপদীৰ গালে-মুখে সাৱটি ধৰিছিল।

চকু দুটা মুদি দিছিল দ্ৰৌপদীয়ে।

দ্ৰৌপদীৰ শ্বাস-নিশ্বাসৰ কোমল শব্দবোৰ অন্ধকাৰত মিলি গৈছিল লাহে লাহে।

  

প্ৰতিদিনেই পুৰ নাৰীসকল দ্ৰৌপদীৰ কাষলৈ আহিছিল। প্ৰতিগৰাকী নাৰীয়েই যেন দ্ৰৌপদীৰ শৰা কিবা এটা পাবলৈ বৰ আশা কৰিছিল।

দ্ৰৌপদী ৰাজ ৰাণী হৈছিল বাবেই তেওঁলোকে তেওঁলোকৰ জীৱনৰ সকলো স্বপ্ন উবুৰিয়াই দি কথাবোৰ কৈছিল। একান্ত মনে সেই পুৰ নাৰী

সকলৰ কথাবোৰ শুনিছিল। তেওঁলোকৰ জীৱনৰ কথাবোৰ শুনি দ্ৰৌপদীৰ অন্তৰখন বিষাদেৰে সেমেকি উঠিছিল।

প্ৰতিগৰাকী নাৰীৰ মুখলৈ চাই দ্ৰৌপদীয়ে অনুভৱ কৰিছিল যে মহাভাৰতৰ যুদ্ধত সকলো হেৰুৱাই প্ৰতি গৰাকী নাৰীয়েই ক্ষত-বিক্ষত অন্তৰখন লৈ জীয়াই থাকিবলৈ বিচাৰিছিল নাৰীৰ সপোনবোৰ সাৱটি।

সেই সকল পুৰ নাৰীৰ সৈতে প্ৰায় সৰহ ভাগ সময় কটাই দিবলৈ দ্ৰৌপদীয়ে অধীৰ আগ্ৰহী হৈ পৰিছিল। পুৰ নাৰী সকলে যেন গভীৰ ভাৱে উপলব্ধি কৰিছিল যে দ্ৰৌপদী হস্তিনাপুৰৰ মহাৰাণী হ'লেও তেওঁলোকৰ বাবে জীৱনৰ যন্ত্ৰণাই দগ্ধ কৰা দ্ৰৌপদী এগৰাকী মহিয়সী নাৰী মাথোন, যাৰ অন্তৰতো সমগ্ৰ পৃথিৱীৰ নাৰীৰ যন্ত্ৰণাৰ বোজা বৈ জীয়াই থকাৰ শক্তিখিনি জিলিকি আছিল আৰু আছিল সকলো মানৱ সন্তানৰ প্ৰতি এখন বহল হৃদয়ৰ গভীৰ উপলব্ধি।

লাহে লাহে দ্ৰৌপদী প্ৰকৃতিস্থ হ'বলৈ সক্ষম হৈছিল। বুজিব পাৰিছিল জীৱনৰ সত্য ধৰ্মৰ অৰ্থ ক'ত। সেই বাবেই নিজৰ অন্তৰৰ পুত্ৰ শোকৰ জুইকুৰা লৈয়েই দ্ৰৌপদীয়ে পুৰ নাৰী সকলক সান্ত্বনা দি কৈছিল যে কোনো নাৰীয়েই অবলা নহয়, শক্তিহীনা নহয়। সকলো নাৰীৰ জীৱনত যে সৃষ্টিৰ এক বিশাল শক্তি লুকাই আছে সেই কথা দ্ৰৌপদীয়ে মুক্তস্বৰে প্ৰকাশ কৰিছিল।

পৃথিৱীৰ সকলো নাৰীৰ মানৱীয় ৰূপটো দাঙি ধৰি দ্ৰৌপদীয়ে নিজৰ অন্তৰৰ সমস্ত শোক-সন্তাপ, বিষাদ-বেদনা আৰু প্ৰতিশোধৰ ভাৱ মচি পেলাইছিল। হস্তিনাপুৰৰ পুৰ নাৰী সকলৰ সীমাহীন দুখ-শোকৰ কৰুণ কাহিনীবোৰ একান্ত চিত্তে শুনিছিল আৰু তেওঁলোকৰ কৰুণ জীৱনৰ কাষত নিজৰ পুত্ৰশোক তুচ্ছ কৰি নাৰীত্বৰ মহিমাৰে দ্ৰৌপদী এগৰাকী মহিয়সী নাৰী হৈ পৰিছিল।

ৰাজ প্ৰাসাদৰ অলিন্দত থিয় হৈ প্ৰভাতৰ পোহৰত নিজৰ দৃষ্টিখিনি প্ৰসাৰিত কৰি দ্ৰৌপদীয়ে চাইছিল কেউকালে। বতাহ এজাকে কঢ়িয়াই আনিছিল কোনোবা মন্দিৰৰ ঘন্টা ধ্বনি আৰু পুৰোহিতৰ উচ্চাৰিত মন্ত্ৰৰ ছন্দ।

এজাক ৰ'দৰ কোমল পোহৰে চৌপাশৰ ঘৰবোৰৰ দুৱাৰ-খিৰিকীবোৰ খুলি দিছিল। ৰাজ্যখনৰ হতভাগ্য নাৰী সকলে কাষত কলহ লৈ নৈৰ ঘাটলৈ

আগুবাই গৈছিল। তেওঁলোকৰ মুখৰ উজ্জ্বল হাঁহিবিনিয়ে যেন এটা কলাকাৰ নিশাৰ অন্ধকাৰবিনি খোহৰাই দলিয়াই দিছিল।

ক্ষবকাল বতৰ এটা ব্ৰুকুত সাৰটি বতাহজাক ধীৰে ধীৰে প্ৰসাৰিত হৈ পৰিছিল। দ্ৰৌপদীৰ কামগ্ৰ মুখমণ্ডলত প্ৰকাশিত হৈছিল এক নতুন অভিজ্ঞানৰ পোহৰৰ উজ্জ্বল কোৱালৰ দ্ৰৌপদীৰ শৰীৰৰ ভাঁজে ভাঁজে সিঁচৰিত হৈ পৰিছিল যৌৱনৰ অপৰূপ সৌন্দৰ্য্যবিনি।

দ্ৰৌপদীয়ে আকাশৰ বুকু ফালি প্ৰভাতৰ পোহৰত উৰি অহা চৰাইজাকলৈ ৰ লাগি চাই আছিল। কোনোবাই যেন দ্ৰৌপদীৰ কাণে কাণে গৈ গৈছিল—সমস্ত নাৰীৰ বুকুতে থুপ খাই আছে জীৱনৰ সত্য আৰু সুন্দৰৰ ৰূপ।

নিশাৰ নিয়ৰত থিতি থকা প্ৰকৃতিখন প্ৰভাতৰ কোমল পোহৰত যৌৱনাদীপ্ত নাৰীৰ অপৰূপ কান্তিৰ দৰে জিলিকি উঠিছিল। সৃষ্টিৰ উন্মাদনাত চৌদিশৰ পোহৰবিনি যেন উদ্বিগ্ন হৈ পৰিছিল সমস্ত নাৰীৰ প্ৰেম আৰু যন্ত্ৰণাৰ দুহাতত।

দ্ৰৌপদীয়ে আকাশলৈ চাইছিল।

ক'তো যুদ্ধৰ শিঙা বাজি উঠা নাছিল।

বতাহজাকত উটি আহিছিল অপৰূপা নাৰীৰ যৌৱনৰ অতৃপ্ত তৃষ্ণাৰ সুগন্ধি প্ৰেম। এই প্ৰেমে আমনি কৰিছিল দ্ৰৌপদীৰ সমগ্ৰ শৰীৰ আৰু মন।

